# কালিৰাম মেধি

নন্দ তালুকদাৰ




বীণা লাইব্ৰেৰী
গুৱাহাটী
অসম

**KALIRAM MEDHI**

A short biography of Kaliram Medhi by Prof. Nanda Talukdar, Published by Manoranjan Dey, Bina Library. Kokrajhar. September, 1978, Price Rs. 11'00 only.

প্ৰকাশক : শ্ৰীমনোৰঞ্জন দে, বীণা লাইব্ৰেৰী, কোকৰাঝাৰ , গুৱাহাটী

প্ৰথম প্ৰকাশ : চেপ্তেম্বৰ ১৯৭৮

বেটুপাত : [illegible]

বাইণ্ডিং : [illegible]কালিদাস চাহা

ছপাশাল : শ্ৰীস্বপনকুমাৰ কোলে, নিউ মুদ্ৰণী ৭১, কৈলাস বোস ষ্ট্ৰীট, কলিকতা-৬

মূল্য : এঘাৰ টকা।

## নিবেদন

'কালিৰাম মেধি' জন্ম শতবাৰ্ষিকী উপলক্ষে ৰচনা কৰা গ্ৰন্থ। শতবাৰ্ষিকী উদ্‌যাপক সমিতিক লক্ষ্য কৰি ৰচনা কৰা বাবে নিৰ্দ্ধাৰিত সময়ৰ ভিতৰতে খৰখেদাকৈ শেষ কৰিব লগা হ'ল। জীৱনী গ্ৰন্থ খৰখেদাকৈ লিখি পূৰ্ণাঙ্গ কৰাটো সহজ নহয়। আমি সেই দোষৰ হাত সাৰিব নোৱাৰিলোঁ। সেই ত্ৰুটিৰ বাবে কালিৰাম মেধিৰ আত্মা আৰু পাঠক সমাজৰ ওচৰত ক্ষমা বিচাৰিছোঁ।

এই গ্ৰন্থ ৰচনাত আমাক বিশেষ ভাবে সহায় কৰিছে কালিৰাম মেধিৰ পুত্ৰ ৰামভদ্ৰ মেধি, সুৰেন্দ্ৰ নাথ মেধি, সুভদ্ৰ মেধি, কন্যা ৰত্না প্ৰভা দাস, জোঁৱায়েক মুৰাৰী চৰণ দাস, বোৱাৰীয়েক মোহদা মেধিয়ে। মেধিৰ আপোন পৰিয়ালৰ শ্ৰীযুতা কুসুম কুমাৰী মেধি, ক্ষীতিশ চন্দ্ৰ মেধি প্ৰফুল্ল কুমাৰ দাস, অধ্যক্ষ নীলিমা দাস, ধৰণীধৰ দাস, অধ্যাপক লোকেন মেধি আৰু ডক্টৰ কিশোৰী মোহন পাঠকৰ পৰা নানান ভাবে সহায় লাভ কৰিছোঁ।

গোৱালপাৰাৰ ক্ষীতিশ চন্দ্ৰ চৌধুৰী, খগেন কৰ, ৰজনী কান্ত দাস, হৰেশ্বৰ দাস, তুধনাথ নাথ, চাৰুমোহন দাস, লক্ষীপুৰৰ নৃপেন্দ্ৰ নাৰায়ণ চৌধুৰী ; ধুবুৰীৰ শ্যামা প্ৰসাদ চক্ৰবৰ্ত্তী, অপূৰ্ব কুমাৰ ঘোষ, যাদব চন্দ্ৰ দাস, ডাঃ নৰেন্দ্ৰ মোহন দাস, জে. এন. চেটাৰ্জী, আশু গাঙ্গুলী, ৰূপসীৰ কমলকৃষ্ণ চৌধুৰী, গৌৰীপুৰৰ লক্ষীপতি তৰ্কশাস্ত্ৰী, দেৱান ৰাজেদ আলি, বৰপেটাৰ শ্ৰীৰামচন্দ্ৰ দাস, অৰ্জুন চন্দ্ৰ দাস, মঙ্গলদৈৰ তপেশ্বৰ শৰ্মা, ভদ্ৰকান্ত শৰ্মা, ডাঃ হৰনাথ হাজৰিকা, যোৰহাটৰ ডাঃ জীৱকান্ত শইকীয়া আদি বিশিষ্ট ব্যক্তিসকলৰ পৰা কালিৰাম মেধি আৰু তেওঁৰ কৰ্মভূমিসমূহৰ বিষয়ে নানান তথ্য সংগ্ৰহ কৰিছোঁ। কটন কলেজৰ গ্ৰন্থাগাৰৰ পৰা নানান পুথি-পাজিৰে গ্ৰন্থাধ্যক্ষ আজাদ হুচেইন, দিলীপ কুমাৰ চৌধুৰী, আৰু প্ৰণব কুমাৰ তালুকদাৰে সহায় কৰিছে।

চিদানন্দ দাস, অতুল চন্দ্ৰ হাজৰিকা, চিত্ৰ মহন্ত, প্ৰফুল্ল চন্দ্ৰ বৰা, নিৰুপমা বৰা, ৰাজেন্দ্ৰ লাল উজিৰ, খগেশ চন্দ্ৰ দাস ( ভোলা ), বীৰেশ চন্দ্ৰ দাস, ডক্টৰ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্যৰ পৰা সহায় লাভ কৰিছোঁ।

ৰামদিয়া গাৱঁৰ মহেন্দ্ৰ নাথ ডেকা, গোপাল চন্দ্ৰ তালুকদাৰ, হোমা আলি কাজি, গণ্ডীৰাম মেধি, বিপিন চন্দ্ৰ তালুকদাৰ, নৰেশ্বৰ মেধি, ধৰ্মেশ্বৰ শৰ্মা প্ৰভৃতিৰ পৰা সম্বল সংগ্ৰহ কৰিছোঁ।

জীতেন্দ্ৰ নাথ বুজৰবৰুৱাই তেওঁৰ পিতৃ জগন্নাথ বুজৰবৰুৱাৰ হাতে লিখা আত্মজীৱনীখন

যি সহায় কৰিছে। এইখন আত্মজীৱনী প্ৰকাশ হলে অসমীয়া সাহিত্যৰ ভঁৰাল চহকী হব। শ্ৰীযুক্তবৰুৱাই নিজেও আমাক নানান ভাৱে সহায় কৰিছে।

কালিৰাম মেধিৰ ৰচনাৰ মূলতে ডক্টৰ শ্যাম ভক্ত মেধি। ডক্টৰ মেধি কালিৰাম মেধিৰ নাতিয়েক। জীৱনীখন ৰচনাৰ বাবে কালিৰাম মেধিৰ কৰ্মস্থানসমূহত গৈ সমল সংগ্ৰহ কৰিব পৰাৰ মূলতে ডক্টৰ মেধি। ডক্টৰ মেধিয়ে নিজেই আমাক বহু ঠাইলৈকে লৈ গৈ সমল সংগ্ৰহ কৰাত সহায় কৰিছে। ডক্টৰ মেধিৰ সহায় নাপালে কালিৰাম মেধি গ্ৰন্থ এনে ৰূপত দিব পৰাটো সম্ভৱ নহলহেঁতেন।

এই সকলোটিৰে ওচৰত আমি চিৰ কৃতজ্ঞ।

'কালিৰাম মেধি' গ্ৰন্থখানি গুৱাহাটী বিশ্ববিদ্যালয়ৰ প্ৰাক্তন উপাচাৰ্য্য শ্ৰীকৃষ্ণকান্ত সন্দিকৈৰ নামত অৰ্পণ কৰিবলৈ মন কৰি অনুমতি বিচাৰি চিঠি লিখিছিলোঁ। শ্ৰীসন্দিকৈ ডাঙৰীয়াই যোৱা ২৪ জুন, ১৯৭৮ খৃঃ তাৰিখে সন্মতি জনাই লিখিছে,

'শ্ৰীমানেষু,

তোমাৰ চিঠি পাইছোঁ। তোমাৰ প্ৰস্তাৱত মোৰ একো আপত্তি নাই। বিশেষকৈ মেধি ডাঙৰীয়াৰ লগত মোৰ পৰম সম্ভাৱ আছিল।.........'।

সন্মতি দিয়া বাবে শ্ৰীসন্দিকৈ ডাঙৰীয়াৰ ওচৰত আমি কৃতজ্ঞ।

এই গ্ৰন্থখানিৰ প্ৰকাশৰ দায়িত্ব গ্ৰহণ কৰা বাবে বীণা লাইব্ৰেৰীৰ স্বত্বাধিকাৰী শ্ৰীশান্তিৰঞ্জন দে আৰু শ্ৰীমনোৰঞ্জন দে ভাতৃদ্বয়ৰ ওচৰত আমি কৃতজ্ঞ।

লৰালৰিৰ বাবে হৈ যোৱা দোষ ত্ৰুটিৰ বাবে আমি পুনৰ পঢ়ুৱৈ সমাজৰ ওচৰত মুৰ দোৱাইছোঁ।

২৫ চেপ্টেম্বৰ, ১৯৭৮
আমাৰ ঘৰ
গুৱাহাটী-৩

মদন তালুকদাৰ

শ্রীকৃষ্ণকান্ত সন্দিকৈ

প্রাক্তন উপাচার্য্য

গুৱাহাটী বিশ্ববিদ্যালয়

করকমলেষু

# সূচী



পণ্ডিত কালিৰাম মেধি

# ১. কালিৰাম মেধি

কালিৰাম মেধিৰ জন্ম ঊনবিংশ শতিকাৰ শেষ ভাগত। ঊনবিংশ শতিকা অসমৰ ভাষা-সাহিত্য-সংস্কৃতিৰ ক্ষেত্ৰত এক অন্ধকাৰ যুগ। অসমৰ গাৱঁলীয়া জীৱন আৰু গাৱঁলীয়া সমাজ, আৰু বেছি অন্ধকাৰ। শিক্ষাৰ নামত একোখন প্ৰাথমিক বা উচ্চ প্ৰাথমিক বিদ্যালয়। খোজকাঢ়ি নাইবা নাৱেৰে বাহিৰ জগতৰ লগত সম্বন্ধ ৰখাৰ বাহিৰে উপায় নাই। তেনে এক প্ৰতিকূল পৰিবেশত জন্মলাভ কৰি, যি কেইগৰাকী ব্যক্তিয়ে নিজৰ অধ্যৱসায় আৰু যত্নৰ বলত অসমৰ মুখ উজ্জ্বল কৰিছিল, কালিৰাম মেধি সেইসকলৰ মাজত অন্যতম। কালিৰাম মেধিৰ জন্ম সম্পূৰ্ণ গাৱঁলীয়া পৰিবেশত। তেওঁৰ পিতৃ-মাতৃক নিৰক্ষৰ বুলি কলে ভুল কোৱা নহব। তেনে এটি পৰিয়ালত জন্মলাভ কৰিও নিজৰ অধ্যৱসায়ৰ গুণত কালিৰাম মেধিয়ে এণ্ট্ৰেন্সৰ পৰা এম. এ. মহলালৈকে কৃতিত্বেৰে সকলো পৰীক্ষাত উত্তীৰ্ণ হৈ এজন মেধাবী ছাত্ৰ স্বৰূপে পৰিচয় দিব পাৰিছিল।

কালিৰাম মেধিৰ কৰ্মজীৱনৰ শুভাৰম্ভ মাটি হাকিম ( S. D. C. ) হিচাপে। নিজৰ দক্ষতা আৰু কৰ্তব্য নিষ্ঠাৰ গুণত দোপতদোপে উন্নতি লাভ কৰি জিলাৰ উপায়ুক্ত ( D. C. ) ৰ দায়িত্ব লাভ কৰিছিল। অৱসৰ গ্ৰহণৰ পিছতো সুদীৰ্ঘ দহ বছৰ কাল চৰকাৰী চাকৰিতে পুনৰ নিয়োগ লাভ কৰিছিল।

চৰকাৰী চাকৰিয়াল স্বৰূপে নিজৰ দক্ষতাৰ গুণত উন্নতি লাভ কৰিলেও অকল চৰকাৰী নথি-পত্ৰৰ মাজতে ডুবগৈ থকা চৰকাৰী বিষয়া কালিৰাম মেধি নহয়। চাকৰি জীৱনৰ ব্যস্ততাৰ মাজতো সাহিত্যৰ সমল গৱেষণাৰ সমল সংগ্ৰহৰ বাবে সময়ৰ শুকতা উলিয়াৰ পৰা কিটিপখিনি মেধিয়ে ভালদৰে জানিছিল।

কৰ্মব্যস্ততাৰ মাজতে ইংৰাজী আৰু অসমীয়াত ৰচনা কৰিছিল ভালেমান তত্ব-সমৃদ্ধ প্ৰবন্ধ। এই প্ৰবন্ধসমূহ মেধি ডাঙৰীয়াৰ মৌলিক চিন্তা-চৰ্চাৰ উজ্জ্বল নিদৰ্শন। কৰ্মব্যস্ততাৰ মাজতে ৰচনা কৰিলে 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ব' শীৰ্ষক এখন বৃহৎ কলেবৰৰ গৱেষণামূলক গ্ৰন্থ। সম্পাদনা কৰিলে 'প্ৰহ্লাদ চৰিত্ৰ'ৰ নিচিনা পুথি। অৱসৰ গ্ৰহণৰ পিছত হাত সাৱটি বহি নাথাকি বিজ্ঞান সন্মতভাবে সম্পাদনা কৰিলে 'অংকাৱলী'। মেধি ডাঙৰীয়াৰ অংকাৱলীৰ ইংৰাজীত ৰচনা কৰা দীঘলীয়া পাতনিখন আন এখন গৱেষণা

গ্ৰহৰ নিচিনা। 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' আৰু 'অস্বাৱলী' কালিৰাম মেধিৰ মৌলিক চিন্তা-চৰ্চাৰ মাইলৰ খুটি।

পদাৰ্থ বিজ্ঞানৰ স্নাতক এজনে ভাষা সাহিত্যৰ বিষয়ে এনেদৰে গৱেষণামূলক ৰচনা আগবঢ়োৱা নিদৰ্শন বৰ বেছি নাই। চৰকাৰী চাকৰি কৰি আৰু বিজ্ঞানৰ ছাত্ৰ হৈও যে ভাষা-সাহিত্যৰ গৱেষণা কৰিব পাৰি কালিৰাম মেধি ইয়াৰ উজ্জ্বল নিদৰ্শন। মেধি ডাঙৰীয়াৰ এনে কাৰ্য্য অকল প্ৰশংসনীয়েই নহয়, আদৰ্শনীয়। কালিৰাম মেধিৰ গৱেষণা ডিগ্ৰীলাভৰ বাবে কৰা গৱেষণা নহয়। ভাষা-সাহিত্যৰ অনুষ্ঠানৰ বাবে কৰা গৱেষণা।

কালিৰাম মেধিৰ প্ৰকাশিত আৰু সম্পাদিত ৰচনাসমূহতকৈ কৰিব বিচৰা পৰিকল্পনাৰ আঁচনি আৰু বহুত বেছি। অস্বাৱলীৰ দ্বিতীয় ভাগৰ বাবে আৰু ভালেমান অংকীয়া নাট সংগ্ৰহ কৰিছিল। সেইবোৰ সম্পাদিত ৰূপত প্ৰকাশ নহ'ল। কালিৰাম মেধি সংগৃহীত 'মনসা কাব্য' পিছত ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱা আৰু ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মাই সম্পাদনা কৰি প্ৰকাশ কৰিছিল।

কালিৰাম মেধিৰ গৱেষণা কাৰ্য্য অকল পুথি অধ্যয়নতে, পুথিভঁৰালতে সীমাবদ্ধ নহয়। অধ্যয়নৰ লগতে তেওঁ বিভিন্ন ঠাই ভ্ৰমণ কৰি বিভিন্ন জন সংযোগৰ মাধ্যমত ভালেমান তথ্য আৰু সমল সংগ্ৰহ কৰিছিল। বিভিন্ন জনজীৱনৰ পৰা সংগৃহীত সমলে তেওঁৰ কাৰ্য্য আৰু বেছি মহীয়ান কৰি তুলিছিল।

কালিৰাম মেধিৰ ব্যক্তিত্ব আৰু পাণ্ডিত্য অনন্য, অসাধাৰণ পাণ্ডিত্য আৰু ব্যক্তিত্ব নহয়। কিন্তু দহজনৰ মাজৰে এজন হৈও কালিৰাম মেধিৰ ব্যক্তিত্ব আৰু কাৰ্য্যৰ মাজত প্ৰকাশ পাইছিল স্বকীয়া বৈশিষ্ট্য।

চৰকাৰী চাকৰিয়াল স্বৰূপে মেধি ডাঙৰীয়া দক্ষ চাকৰিয়াল, চৰকাৰৰ পৰম অনুগত। চৰকাৰৰ ঘৰত ৰায়বাহাদুৰ খিতাপ লাভ কৰা লোক। কিন্তু ইংৰাজ চৰকাৰৰ প্ৰতি থকা তেওঁৰ আনুগত্যই জাতীয় জীৱনৰ বা জাতীয় আন্দোলনত কোনো ধৰণৰ ক্ষতি কৰা বা প্ৰতিবন্ধক সৃষ্টি কৰা নাছিল। সেইবাবে ৰাজহুৱা জীৱনতো মেধি নানান ধৰণৰ সন্মানৰ অধিকাৰী হব পাৰিছিল। ধীৰ-স্থিৰ, অল্পভাষী কালিৰাম মেধি সকলোৰে আছিল শ্ৰদ্ধাৰ পাত্ৰ। এইসৰাকী মহান ব্যক্তিয়ে জন্ম লাভ কৰা আজি একশ বছৰ পূৰ্ণ হ'ল। তেওঁৰ কৰ্ম ৰাজিৰ বাবেই আজি আমি তেওঁক সুঁৱৰি চাবলৈ বাধ্য হৈছোঁ।

# ২. জন্ম আৰু লৰাকাল

কালিৰাম মেধিৰ জন্মস্থান উত্তৰ কামৰূপৰ হাজোৰ ওচৰৰ ৰামদিয়া গাওঁ। একশ বছৰ পূৰ্বে অসমৰ এনে এখন তিতকৰা গাৱঁত জন্মলাভ কৰি কৰ্তব্য নিষ্ঠা আৰু নিজৰ অধ্যবসায়ৰ গুণত কালিৰাম মেধি এগৰাকী সুদক্ষ প্ৰশাসক আৰু গৱেষক পণ্ডিত স্বৰূপে খ্যাতি অৰ্জন কৰিব পাৰিছিল।

অসমৰ সৰহভাগ অঞ্চলেই গাৱঁলীয়া অঞ্চল। ঊনবিংশ শতিকাত গঢ়ি উঠা চহৰ আঙুলিৰ মূৰত লেখিব পৰা দুই এখন। বিংশ শতিকাত ভালেমান ন ন চহৰ গঢ়ি উঠিছে। বহুতো চহৰৰ পৰিবৰ্তন চমকপ্ৰদ। ভালেমান চহৰত সৰুবৰ ন ন চৰকাৰী কাৰ্য্যালয়, স্কুল-কলেজ শিক্ষানুষ্ঠান, চকুত লগা দোকান-পোহাৰ গঢ়ি উঠিছে, আলিবাটত আঠুৱনি বোকা-পানীৰ সলনি শিলগুটি পৰিছে, ঠায়ে ঠায়ে পকা আলি-বাট, মটৰ-ৰিক্সাৰ গুমগুমনি। নিশা হলে বাটৰ দাঁতিত নিয়ন লাইট, ঘৰে ঘৰে বিজুলী চাকি, বিজুলী বিচনী, ৰেডিও। কিন্তু এইবোৰে জানো গাৱঁৰ ছবিখন ম্লান কৰিব পাৰিছে? চৌখিন আৰু বিলাসিতাৰ বাহিৰে নগৰ কেন্দ্ৰিক সভ্যতাও গঢ়ি উঠা নাই। শতকৰা ৩০ ভাগতকৈ সৰহ ভাগ চহৰেই আজিও গাৱঁলীয়া চহৰ।

ৰামদিয়া গাৱঁলীয়া চহৰো নহয়। আজিৰ যান্ত্ৰিক অগ্ৰগতিৰ যুগত দেশ আৰু সমাজৰ বহুতো পৰিবৰ্তন হৈছে। কিন্তু ৰামদিয়া গাৱঁৰ পৰিবৰ্তন উকা চকুৰে মনিব নোৱাৰা পৰিবৰ্তন নহয়। আৰু 'আলাউদ্দিনৰ আচৰিত চাকিৰ' প্ৰভাৱো সেইখন গাৱঁত পৰা নাই। ৰামদিয়া গাৱঁৰ পৰিবৰ্তন মন্থৰ গতিৰ। আজিৰ যান্ত্ৰিক অগ্ৰগতিৰ যুগত ৰামদিয়া গাৱঁৰ আলিবাটত আঠুৱনি বোকা-পানীৰ সলনি শিলগুটি পৰিছে যদিও পকী হৈ উঠা নাই। আজিও গাৱঁৰ মাজত বাঁহ আৰু গছ-গছনিৰে আবৰা, অকোৱা পকোৱা সৰু সৰু আলিৰে ইটো চুবুৰিৰ মানুহে সিটো চুবুৰিলৈ অহাযোৱা কৰে। অৱশ্যে বিজুলী চাকিৰ পোহৰে কল তল বাঁহ তল পোহৰ কৰিছে। দিনটোত দুবাৰ মান দুই যোৱা মটৰ যান কেইখনৰ বাহিৰে আজিও ৰামদিয়াবাসীৰ ৰিক্সা অটোৰিক্সা দৈনন্দিন জীৱনৰ হাতে চুকি পোৱা যান-বাহন নহয়।

আন আন গাৱঁৰ দৰে ৰামদিয়া গাৱঁৰ মানুহৰ যান-বাহন বুলিবলৈ গৰুগাড়ী আৰু হাতে হাতে চাইকেল একোখন। এদিন গাৱঁৰ ভেকোলবাই দৰা সাজি গৈ হৈ দিয়া গৰু গাড়ীৰে আগে পিচে কাপোৰ আৰি ন কইনা ঘৰলৈ আনিছিল। আজিকালি অৱশ্যে দৰা কইনা গৰুগাড়ীৰে অহা দিন নাই। সেই বুলি গৰুগাড়ী ৰামদিয়াকে প্ৰমুখ্যে আজিও অসমৰ গাৱঁৰ এক ঐতিহ্য বহনকাৰী আৰু অপৰিহাৰ্য্য সম্পদ। গৰুগাড়ী গাৱঁলীয়া

মানুহৰ বাবে চিটি বাচ, শাইলা কাচ নহলেও কলাৰ বাচ, ট্ৰাক লৰী। ঠায়ে ঠায়ে ঠেলাৰ প্ৰচলন হৈছে যদিও ঠেলাৰ আকৌ লেঠাও আছে। ভাল আলিবাট নহলে চলাব নোৱাৰে, ঠেলা অচল। কিন্তু গৰুগাড়ীৰ আঠুৱনি পানী, সৰু সুৰা নলাৰ ওপৰেৰে অবাধ গতি। গৰুগাড়ীত চকা ফুটাৰ ভয় নাই আৰু দুৰ্ঘটনা হৈ জীৱন বিপন্ন হোৱাৰো ভয় নাই।

বামদিয়া গাওঁ কামৰূপ জিলাৰ উত্তৰ পাৰৰ গুৱাহাটী মহকুমাৰ হাজোৰ ওচৰৰ এখনি পুৰণি গাওঁ। অৱশ্যে 'কালিকা পুৰাণ', 'যোগিনী তন্ত্ৰ' উল্লিখিত প্ৰাচীন গাওঁ নহয়।

বামদিয়া এখন ডাঙৰ গাওঁ, ই পূবে-পশ্চিমে ৩ মাইল আৰু উত্তৰে-দক্ষিণে ২ মাইল। কালিৰাম মেধি ওপজা সময়ত গাওঁখনৰ জনসংখ্যা আছিল প্ৰায় তিনি হাজাৰ আৰু এতিয়া ১২।১৪ হাজাৰ।

বামদিয়াৰ কাষেৰে বৈ গৈছে বামসুঁতি বা মৰানদী। নদীখনৰ সিপাৰে পশ্চিম বংশৰ। বামদিয়াৰ পূবে বৰচাপৰি, হাজো। পশ্চিমে লখাইতৰা, ব্ৰহ্মপুত্ৰ। উত্তৰে লখাইতৰা নদী, দামপুৰ, টোক্ৰাদিয়া গাওঁ। দক্ষিণে হাজো সুঁতি।

বামদিয়া নামৰ উৎপত্তি সম্বন্ধে নানান জনশ্ৰুতি শুনা যায়। শ্ৰীমহেন্দ্ৰ নাথ ডেকাই জনশ্ৰুতিৰ ওপৰত ভেটি কৰিয়ে বামদিয়া নামৰ উৎপত্তিৰ এটি আভাস দিছে।[১]

বামদিয়া গাওঁখন পূৰ্বতে ব্ৰহ্মপুত্ৰৰ বুকুত লীন হৈ আছিল। এই অঞ্চলকে পদ্ম পুৰাণত উল্লিখিত কেকোৰা সাগৰ বুলি অনুমান কৰা হয়। সময়ত ব্ৰহ্মপুত্ৰৰ গতি সলনি হ'ল। সাগৰ অঞ্চলসমূহ চৰ অঞ্চলত পৰিণত হ'ল। আৰু সময়ত ই হৈ পৰিল মানুহৰ জনবসতি পূৰ্ণ ভৰপুৰ গাওঁ। অৱশ্যে বামদিয়া গাওঁ কেতিয়াৰ পৰা এনে ৰূপ পালে সঠিক কৰি কব নোৱাৰি।[১]

'দিয়া' শব্দটোৱে দ্বীপ অৰ্থ সূচায় (diyā island (dvipa) sc[২]. নদীৰ দ্বীপৰ পৰা সৃষ্টি হোৱা অৰ্থতে যে বামদিয়া নাম হৈছিল সেই বিষয়ে অনুমান কৰিব পাৰি। তেনেদৰে সুন্দৰীদিয়া, বামুনদিয়া ( বামুনদি ), হাবদিয়া, টোক্ৰাদিয়া, বাহদিয়া, ক্ষেত্ৰীহাৰ দিয়া, নদিয়া ( ন দিয়া ) ইত্যাদি নাম হৈছে।

বামদিয়াৰ কাষেৰে বৈ যোৱা বাম সুঁতি বা মৰা নদী একালত আছিল ব্ৰহ্মপুত্ৰৰ এটি

---

১. পুণ্যভূমি বামদিয়া —মহেন্দ্ৰনাথ ডেকা। নৱজ্যোতি, একাদশ বছৰ, একাদশ সংখ্যা, সম্পাদক মগেন জনাৰী ; ১৯৭৪-৭৫, পৃ—১২.

২. Assamese Its Formation and Development —Dr. B. Kakati, 1941, P. 129.

প্ৰবল হুঁতি। আজিও বাৰিষা ই কেনে-কোটোকাৰে প্ৰবল হৈ উঠে। মহাপুৰুষ শ্ৰীমাধৱদেৱ হাজোলৈ আহোঁতে এই বাম হুঁতিৰে আহিছিল। মহাপুৰুষ জনাই ইয়াতে গৰখীয়াৰ মুখত শুনিলে 'হৰিবোল হৰিবোল হৰিবোল এ হে।'

শ্ৰীমাধৱদেৱে গৰখীয়াসকলক ইয়াৰ লগতে আৰু লগাই দিলে 'হৰিবোল হৰিবোল হৰিবোল এ হে ৰাম বোল কানাই এ হে।' ৰামবোল শব্দটো লগাই দিয়াৰে পৰা 'বাম দিয়া' নামৰ উৎপত্তি বুলি অনুমান কৰা হয়। শ্ৰীমাধৱদেৱে ইয়াতে নাও ৰাখি ছমাহ কাল বাস কৰিছিল। কথাগুৰুচৰিতত আছে "তেহে হাজোৰ নামে বামদিয়া বালাতে চৈ গৃহকৈ বৈছে। পাচ দিনা মাধৱ হয়গ্ৰীৱলৈ উঠিছেগৈ।"[৩]

দৈত্যাৰি ঠাকুৰ বিৰচিত 'মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ-মাধৱদেৱৰ চৰিত'ত শ্ৰীমাধৱদেৱৰ হাজোলৈ আহোঁতে বালিচৰত তিনিমাহ কাল বাস কৰাৰ উল্লেখ পোৱা যায়—

শুনিয়া মাধৱদেৱ হাজো লাগি যাই।
তিনি মাস নদীৰ বালিত আছা ৰই ॥
আঘোণ মাসত গৈলা ফাগুণ পাইলেক।
শুনা পাছে তাত কথা যিমত ভৈলেক ॥
হাজো গৈয়া আছন্ত মাধৱদেৱ যেবে।
তাত থানে বহু লোক গই যাই তেবে ॥
হয়গ্ৰীৱ মাধৱৰ থানক ন যাই।
আসে যাই সদালোক মাধৱৰ ঠাই ॥
জীয়া-মাধৱ মৰা-মাধৱ নাম তুলিলেক।
দেখিয়া মাধৱদেৱ বুলিলা প্ৰত্যেকে ॥[৪]

শ্ৰীমাধৱদেৱে গাওঁ এৰি হাজোলৈ যাবৰ দিনাখন গাৱঁৰ সত্ৰৰ গোঁসাইসকল বামহুঁতিৰ পাৰলৈ ওলাই আহি বিদায় দিছিলে। সিদিনা আছিল ৰহাগৰ সাত বিহু। তেতিয়াৰে পৰা সেই দিনটো ভঠেলি উৎসৱ স্বৰূপে পালন কৰি আহিছে।

বামদিয়া নামৰ উৎপত্তি সম্পৰ্কে আৰু বহুতো কাহিনী কিংবদন্তী প্ৰচলিত আছে। লাচিত বৰফুকনৰ হাতত পৰাজয় বৰণ কৰা ৰামসিংহই অসম আক্ৰমণ কৰিবলৈ আহোঁতে বামদিয়া গাওঁত কোঠ মাৰি কিছুদিন বাস কৰিছিল। ৰামসিংহই বাস কৰাৰ পৰা গাওঁখনৰ নাম বামদিয়া হোৱা বুলি অনুমান কৰা হয়।

৩. কথাগুৰুচৰিত —উপেন্দ্ৰনাথ লেখাৰু, ১৯৫২ পৃ. ৪৫০

৪. মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱ-মাধৱদেৱৰ চৰিত —দৈত্যাৰি ঠাকুৰ, সম্পাদক: হৰিমোহন দাস, ১৮৬০ পৃ. ৯৯

আন এটা জনশ্ৰুতি মতে এই গাওঁত বাস কৰা এজন প্ৰখ্যাত সদাগৰ বাম। প্ৰতিপত্তিশালী এইজনা সদাগৰৰ নাম অনুসৰি গাওঁখনৰ নাম বামদিয়া হয়। যদি জৰাহাটিৰ মাজ মজিয়াতে গান্ধী নামৰ বিহাৰী দেচুৱালী এজনৰ নামেৰেই গান্ধীবস্তী হব পাৰে তেনেহলে বাম সদাগৰৰ নামেৰে বামদিয়া হোৱাটো একো আচৰিত কথা নহয়।

বামহুঁতি আৰু হাজোহুঁতি য'ত এক হৈছে তাকেই পুঁতিৰ মুখ কোৱা হয়। ১৮৯৭ চনৰ ভূইকঁপৰ পিছত বামহুঁতি মৰি গ'ল। বেউলাই লখিন্দাৰৰ মৃতদেহ লৈ অহা ভেলখন এই বামহুঁতিৰে উজাই আহি পুঠিমাৰি নৈত পৰিছিল আৰু পুঠিমাৰি নৈৰে উজাই আহি হাজোৰ দেৱ মন্দিৰৰ ওচৰতে লখিন্দাৰক জীয়াইছিল বুলি এটা জন প্ৰবাদ আছে। পুঠিমাৰিনৈৰ যি অংশৰে উজাই গৈছিল সেই অংশকে লখাইতৰা কোৱা হয়। বাকী অংশ পুঠিমাৰি। লখিন্দাৰক জীয়াবলৈ আৰু তৰিবলৈ নিয়া বাবে—লখাই তৰিছিল (জীয়াইছিল)—লখাইতৰা নাম হয়।

মাধব মন্দিৰৰ পূবে শুক্ৰৰি সাগৰ আৰু পশ্চিম অঞ্চল কেকোৰা সাগৰ। হাজোৰ গণেশ মন্দিৰকে দেৱ মন্দিৰ কোৱা হয়। বামুন্দিৰ ওচৰত ধাৰেশ্বৰী মন্দিৰ। ইয়াতে গধাই বৰুৱাবোৱা শিল এটা আছে। ইয়াতে বেউলাই গধাবৰুাক লগ পাইছিল।

আহোম বজাৰ এই বামদিয়াতে এজন বৰুৱা আছিল। তেৱেঁই ধুলাৰ বৰুৱা। ধুলাৰ বৰুৱা এজন প্ৰতিপত্তিশালী বৰুৱা আছিল। সেয়েহে কথাতে কয়—'এক নাযাবি লাহৰ পাকত। এক নাযাবি ধূলাৰ বাটত ॥'

ধুলাৰ বৰুৱাই বামদিয়া গাৱঁলৈ নাপিত আৰু মুছলমান আনি বহুৱাইছিল। যাত্ৰাকালত ওলায়ে মুছলমান মানুহ দেখাটো ভাল। সেইবাবে মুছলমান মানুহ আনিছিল। বামদিয়া গাৱঁত মুছলমান মানুহৰ সংখ্যা প্ৰায় একশ ঘৰ। এই গাৱঁৰ মুছলমান মানুহে পূৰ্বৰে পৰা হিন্দু মানুহৰ দৰে পোছ মাৰি ধুতি পিন্ধে। বিহু আদিত হিন্দু মানুহৰ নিচিনাকৈ হালধতি কৰে। গাওঁখনত হিন্দু মুছলমানৰ বৰ মিলাপ্ৰীতি। পৰস্পৰে পৰস্পৰকে সম্বন্ধ ধৰি মাতে।

বামদিয়াৰ ধুলা সত্ৰ ধুলাৰ বৰুৱাই স্থাপন কৰা।

**বামদিয়াৰ ভঠেলি ॥**

বামদিয়াৰ ভঠেলি শ্ৰীমাধবদেৱৰ দিনৰ পৰা প্ৰচলন কৰা বুলি অনুমান কৰা হয়। এই উৎসৱ আজিও গাৱঁৰ প্ৰধান উৎসৱ। ভঠেলি উৎসৱ পালন কৰা পদ্ধতি কামৰূপৰ বিভিন্ন ঠাইত বিভিন্ন ধৰণৰ। মূলত ভঠেলি বসন্তোৎসৱ। ভঠেলি উৎসৱৰ মাজেৰে ইন্দ্ৰ পূজা কৰা হয়। কামৰূপৰ বিভিন্ন ঠাইৰ ভঠেলি উৎসৱত মাঙ্গলিক খোল তাল শংখ ঘন্টা বজাই

পাৰ তোলা বা পাৰ পোতা হয়। পাৰ শব্দটো সংস্কৃত 'পাৰাবত' ( পাৰ চৰাই ) শব্দৰ লগত জড়িত বুলি অনুমান কৰা হয়।

ভঠেলি শব্দটোৰ উৎপত্তি সম্বন্ধেও নানা মুনিৰ নানা মত। ডক্টৰ বাণীকান্ত কাকতিৰ মতে ভঠেলি শব্দটো সংস্কৃত ভস্থলী বা ভস্থলিকা। ডক্টৰ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্যই লিখিছে, "ভঠেলি উৎসৱৰ ঘাই বৈশিষ্ট্য হৈছে পাৰ বা সুসজ্জিত বাঁহৰ নিচান ( দণ্ড ); এই বাঁহৰ নিচানে ভস্থলী বা আকাশ মণ্ডল ( ভ—আকাশ, স্থলী—ঠাই, মণ্ডল ) পোতা কৰি উৰি থাকে ; বৈদিক যজ্ঞৰ সময়ত হোতাসকলে বংশ দণ্ড ব্যৱহাৰ কৰিছিল।"[৫]

ৰামদিয়াৰ ভঠেলিত কামৰূপৰ আন আন ঠাইৰ দৰে পাৰ তোলা বা পাৰ পোতা প্ৰথা নাই। ৰামদিয়াৰ ভঠেলি উৎসৱ তিনি দিনীয়া। অৱশ্যে মূল উৎসৱ একদিনীয়া। সাত বিহু বা বহাগৰ ষষ্ঠ দিনত মূল উৎসৱ। পাচ বহাগ বা ছয় বিহুৰ দিনাৰ পৰাই উৎসৱ আৰম্ভ হয়।

ৰামদিয়া হাইস্কুলৰ খেল পথাৰখনেই বৰ্তমান ভঠেলি খোলা। কাষেৰে বৈ গৈছে ৰাম সুঁতি বা মৰা সুঁতি। ৰামদিয়াবাসীৰ মনত বিহুতকৈ ভঠেলিৰ গুৰুত্ব বেছি। ভঠেলিৰ দিনা ৰামদিয়াবাসীয়ে হাল খতি কৰে। সিদিনা গাৱঁত কোনো মানুহে খিয়া নাপাতে। ৰামদিয়াৰ বাহিৰত থকা মানুহ সিদিনা পাৰ্যমানে গাৱঁলৈ আহিবলৈ যত্ন কৰে। ৰামদিয়াত ভঠেলিক সাতবিহু বুলি কোৱা হয়।।

সাত বিহুৰ আগদিনা ধুলাৰ সত্ৰৰ গোঁসাইক দৌলত তোলা হয়। ধুলাৰ সত্ৰ ধুলা বৰুৱাই পতা সত্ৰ। আবেলি-নাম প্ৰসঙ্গ গাই গোঁসাইক ভঠেলি খোলালৈ অনা হয়। গোঁসাইক ওভোটাই নিওতে লগত যোৱা মানুহে বাটত যাবে বাৰীত আঠিয়া কলৰ ঠোক পায় কাটি লৈ যায়। এনেদৰে কলৰ ঠোক কাটি নিয়াত গৃহস্থই হকাবাধা কৰক চাবি পবিত্ৰ কৰ্ম বুলি আৰু কলঠোক গোঁসাইত লাগিছে যেতিয়া ধন্য হ'ল এনেভাবে গণ্য কৰি আহিছে। গোঁসাই সত্ৰত প্ৰৱেশ কৰাৰ কিছু আগৰে পৰা পৰস্পৰে পৰস্পৰৰ গালৈ কল দলিয়ায়। ইয়াকে কল দলিয়া উৎসৱ বোলে। গোঁসাই দৌলত প্ৰৱেশ কৰাৰ আগতে এখন আঁৰ কাপোৰ টানি দুই দলত বিভক্ত হৈ পৰস্পৰে পৰস্পৰৰ লগত তৰ্ক-বিতৰ্ক কৰে। এই তৰ্ক শ্ৰীকৃষ্ণ গোঁসাই আৰু গোঁসানীৰ তৰ্ক। গোঁসাই ঘূৰ্ণাৰ ঘৰৰ পৰা অহা বাবে গোঁসানীৰ আক্ষেপ।

আগদিনাখনৰ পৰাই ভঠেলি খোলাত মেলা বহে। সাত বিহুৰ দিনাখন গাৱঁৰ বিভিন্ন সত্ৰৰ পৰা কেইখন গোঁসাইক ঢোল খোল বজাই আদৰি অনা হয়, গোঁসাইৰ আগে

---

৫. অসমৰ লোক উৎসৱ —ডক্টৰ প্ৰমোদচন্দ্ৰ ভট্টাচাৰ্য, ১৯৬৩, পৃ. ৪০

আগে শক শক ল'বাই হাতে হাতে দণ্ড লৈ গোঁসাইক আগ বঢ়াই আনিছিল। দণ্ডবোৰৰ ওপৰত পিতলৰ টুপ। কিছুমান সত্ৰত এই দণ্ড চুৰি হৈছে। দণ্ডৰ পিছত এজন ভকতৰ হাতত চোৰৰ এডাল। পিছত গোঁসাই। গোঁসাইৰ আগে পিছে গায়ন-বায়ন আৰু আয়তীসকল।

প্ৰতি ঘৰ মানুহৰ ঘৰৰ সমুখত একোটি বেদী বা চাপ। মাটি পানীৰে মোচা চাপটোৰ ওপৰত এখন আগলতি কলপাত। গোঁসাই, ঘৰৰ আগ পালে ঘৰৰ জীয়াৰী-বোৱাৰী ওলাই আহি শৰাইত মাননী আগবঢ়াই আঁঠু লৈ সেৱা কৰে। আতৈয়ে মাননী গ্ৰহণ কৰি নিৰ্মালি দি যায়। এই নিৰ্মালি বামদিয়াবাসীৰ মনত পৰম নিৰ্মালি।

ভঠেলি খোলাত পুৱা-পশ্চিমাকৈ শাৰী শাৰী কৈ বেদীৰ ওপৰত গোঁসাই সজাই থোৱা হয়। প্ৰতিজন গোঁসাইৰ মূৰৰ ওপৰত চাৰিটা বাঁহৰ খুটিৰ ওপৰত এখন ফুলাম বস্তা জলম লগোৱা চাঁদ।

ভঠেলি খোলালৈ অনা গোঁসাইসকল বাসুদেৱ (বালী সত্ৰ), মেঘনন্দ, নালুৱা গোপাল, মদনগোপাল, ৰাম-লক্ষ্মণ, বগৰীবাৰী, লেংটা, ধুলা, শিশু, নৰনাৰায়ণ, বাসুদেৱ, হাতভজা, আৰু চৈতন্য সত্ৰৰ।

সত্ৰবোৰৰ নাম ভিন ভিন যদিও সকলো সত্ৰৰে বিগ্ৰহ বিষ্ণু বিগ্ৰহ। সত্ৰবোৰৰ কেইখন মান মহাপুৰুষীয়া কেইখন মান দামোদৰীয়া আৰু এখন চৈতন্যপন্থী।

পোৰাচাপ সত্ৰ ভঠেলি খোলালৈ অনা নহয়। মানৰ আগমনৰ সময়ত এই সত্ৰ জুই লাগি পোৰা যায়। তেতিয়াই বিগ্ৰহৰ ভৰি এখন পোৰা যায়। তেতিয়াৰে পৰা নাম হয় পোৰাচাপ সত্ৰ।

সাতবিহুৰ দিনা ৰাতিপুৱা মালাকৰসকল আহি মালা বেচেহি। প্ৰতিজনা গোঁসাইক দিবলৈ ঘৰে ঘৰে একো একো জোটা মালা কিনে। যিসকলে গোঁসাইক কান্ধত লয় সিসকলে আগদিনা উপবাসে থাকে। পাল পাতি ঘৰে ঘৰে গোঁসাইক কান্ধত কৰি অনা নিয়ম। দিনৰ এক মান বজাৰ পৰা বিভিন্ন সত্ৰৰ পৰা গোঁসাইক সমদল যাত্ৰা কৰি ভঠেলি খোলালৈ অনা হয়। আবেলি উভতি যায়। সাধাৰণতে অহাবাটেৰে উভতি নাযায়।

তৃতীয় দিনা ভঠেলি খোলাত মেলাৰ বাহিৰে আৰু একো নাই। মেলাত সকলো ধৰণৰ বস্তু ওলায়। কৃষিজাত সামগ্ৰী, মাটিৰ বাচন, মাটিৰ খেলনা, কাঠৰ আচবাব আদি নানান সামগ্ৰী। মেলাতে বহুতে বছৰ দিনৰ প্ৰয়োজনীয় বস্তু কিনি লয়।

শৰবে পৰা কালিবাম মেধিৰ ভঠেলি উৎসৱ আছিল ৰব হেপাহৰ। সিদিনা ঘৰত থালি পাতি পায়স বান্ধি থয়। ঘৰত গৰু-ম'হৰ গাখীৰৰ অভাৱ নাই। এক থালি পায়স, এক থালি চাহ। নলবাৰী বজিয়াৰ পৰা অহা দূৰৰ যাত্ৰীক চাহ-পানী খুৱায়।

বগৰীবাৰী সত্ৰ মেধি পৰিয়ালৰ আক ঘৰৰ নিচেই ওচৰতে। সেইকালত হাতত দণ্ড লৈ গোঁসাইক আগবঢ়াই নিয়াসকলৰ ভিতৰত কালিৰাম মেধিও এজন। দুইহাতেৰে দণ্ড ধৰি বুকু ফিন্দাই গোঁসাইৰ আগে আগে শিশু কালিৰাম। তেকাকালত কালিৰাম মেধিয়ে আগ্ৰহেৰে গোঁসাইক কাম পাতি লৈছিল। কলেজত পঢ়া কালতো তেওঁ গোঁসাইক কাষত লবলৈ সংকোচ নকৰিছিল। ভঠেলিৰ বং-বহইচত কালিৰাম মেধিও হৈছিল আত্মহাৰা। আগেয়ে ভঠেলিত ভাওনা কৰিছিল। কালিৰাম মেধি ভাওনাৰ এজন অনুসন্ধিৎসু দৰ্শক।

জন্ম ॥

১৮৮০ খৃঃ ৰ অক্টোবৰ মাহত, কাতিমাহ বামদিয়া গাওঁতে কালিৰাম মেধিৰ জন্ম। তেওঁৰ পিতৃ ভুকলি মেধি আক মাক সোণতৰা। তেওঁলোকৰ পূৰ্বপুৰুষ সৰভোগ অঞ্চলৰ। পিছত বামদিয়াত বসতি কৰেহি। সৰভোগত মেধিপাৰা বুলি এখন গাওঁ আছে। কালিৰাম মেধিৰ পূৰ্বপুৰুষ এই মেধিপাৰা গাওঁৰ বুলি অনুমান কৰিব পাৰি।

মেধিৰ পৰিয়াল বামদিয়া গাওঁৰ এটি ডাঙৰ পৰিয়াল। ধৰম মেধি, ভুকলি মেধি আক যজ্ঞৰাম মেধি তিনিজন ভাই-ককাই। অৱশ্যে তিনিওজন একেজন পিতৃৰে সন্তান নহয়, ভাই-ককাইৰ সন্তান। ভাই-ককাইৰ সন্তান হলেও তিনিও একেখন ঘৰতে সহোদৰ ভাই-ককাইৰ দৰে বাস কৰিছিল। ধৰম মেধি তিনিওজনৰে ভিতৰত ডাঙৰ, ঘৰখনৰ ভিতৰতো মুৰব্বী। গাওঁৰো এজন মুখীয়াল মানুহ। ভুকলি মেধি মাজু আক যজ্ঞৰাম মেধি সকলোতকৈ সৰু।

ধৰম মেধি এজন ব্যৱসায়ী লোক। তেতিয়াৰ দিনত ব্যৱসায়ৰ প্ৰধান সম্বল নাও। গৰুগাড়ীৰ বাহিৰে আন যান-বাহনৰ ব্যৱস্থা নাছিল। তেওঁ ৰংপুৰৰ পৰা তেল আনি বেচিছিল। আক ৬।৭ খন নাৱত বোজাই দি বাহিৰলৈ সৰিয়হ লৈ গৈছিল। গাওঁতে তেওঁলোকৰ হেনো এখন দোকানো আছিল। শুনা যায়, কাপোৰ, গেলামাল আদি তেওঁলোকৰ দোকানৰ বিবিধ সামগ্ৰী। ধৰম মেধি টকা-পইছা থকা লোক। তেতিয়াৰ দিনত নোটৰ সলনি ৰূপৰ টকাৰ প্ৰচলন বেছি। ধৰম মেধিয়ে মাজে মাজে চাবি পাৰি ৰূপৰ টকা বঁহত মেলি দিয়ে। তেওঁলোকৰ আছিল এটা বন্দুক, এটা হাতী।

ভুকলি মেধি সহজ সৰল গাওঁলীয়া খেতিয়ক। মাজে সময়ে বেপাৰ কৰিবলৈ ওলায় যদিও প্ৰধানকৈ খেতিৰ কামতে ব্যস্ত থাকিব লগাত পৰিছিল। খেতি-বাতিৰ উপৰিও তেওঁলোকৰ ৫০টা মান ম'হৰ এখন খুঁটিও আছিল। তেওঁ ককায়েক ধৰম মেধিক বৰকৈ মানি চলিছিল। খেতি-বাতিৰ পৰাই হওক নাইবা বেহা-বেপাৰ, ম'হৰ খুঁটিৰ পৰাই হওক

যি পাই-পইছা পায় সকলোখিনিকে ককায়েক ধৰম মেধিৰ হাতত জমা দি হাত ভৰি ধুই ভঙা হাতেৰে নিজৰ শোৱনি ঘৰত সোমায়। আৰু কিবা লাগিলে ককায়েক ধৰম মেধিক খুজি লয়। ভুকলি মেধি নাইবা যজ্ঞৰাম মেধিয়ে নিজাকৈ আচুতীয়া ধনৰ পুঁজি ৰখাৰ কথা চিন্তা নকৰিছিল। পূৰ্বতে মানুহবোৰ আছিল এনেকুৱা সহজ সৰল। যজ্ঞৰাম মেধিয়েও খেতি-বাতিতে লাগি ভাগি দিছিল।

মেধিৰ ঘৰ গাৰ্বৰ মাজতে। চৌহদটো প্ৰায় ডেৰ বিঘা মাটিৰ। খেতিৰ মাটি প্ৰায় ১৫ পুৰা। সেই মাটিত তিনি-চাৰিখন হালেৰে খেতি কৰে। দুটা উঁৱাল ঘৰ, সমুখত এটা চ'ৰা ঘৰ। বৰ ঘৰটো টিনৰ। আশে-পাশে ৫।৬টা সৰু বৰ ঘৰ। এগোহালী গৰুৰে দুটা গোহালী ঘৰ। বাৰীৰ পিচ পিনে। কুমাৰ মাটিৰ এটি লান্দ ( পাটনাদ )।

গাৱঁত তেতিয়াৰ দিনতে ভাগী প্ৰায় তিনি কুৰি ঘৰ। মেধিৰ চৌহদটো এতিয়া তিনি ভাগ হৈছে।

ধৰম মেধিৰ পুত্ৰ তিনিজন ভোলাৰাম, সূৰ্য্যকান্ত আৰু হৰমোহন।

ভুকলি মেধিৰ পুত্ৰ কালিৰাম, বলিৰাম, চেনীৰাম আৰু দীননাথ।

আৰু যজ্ঞ মেধিৰ পুত্ৰ চণ্ডী মেধি। তিনিওজনৰে পুত্ৰ কেইজনৰ ভিতৰত কালিৰাম মেধি বয়সত ডাঙৰ।

কালিৰাম মেধিৰ মাক সোণতৰা। তেওঁ একো লিখা পঢ়া নাজানিছিল যদিও কীৰ্ত্তন দশমৰ পদ আছিল কণ্ঠস্থ। ৰামায়ন মহাভাৰতৰ কাহিনীও নখ দৰ্পণত। পিছত নাতিনীয়েক সকলৰ লগত অলপ অলপ আখৰ কেইটি চিনিলৈ পদপুথি পঢ়িব পাৰিছিল। সেয়েহে পিছৰ জীৱনত গাৱঁৰ ঘৰৰ মজিয়াত ঢাৰি-পাটী পাৰি কীৰ্ত্তন, দশম, ৰামায়ণ, মহাভাৰত জাত লগাই পঢ়িছিল। কেউদিশে ঘৰৰ জীয়াৰী বোৱাৰী আৰু ওচৰচুবুৰীয়াৰ দুই চাৰি গৰাকী তিৰোতা মূৰত দীঘল ওৰণি লৈ শ্ৰোতা। সোণতৰা মেধিয়ে অকল যে এনেদৰে জাত লগাই পঢ়িছিলহে এনে নহয়, টান আৰু বুজিব নোৱাৰা পদসমূহ শ্ৰোতামণ্ডলীক সহজ সৰল অথচ ৰস লগা ভাবে বুজাই দিছিল, ব্যাখ্যা কৰিছিল। মাকৰ ধৰ্ম্মপ্ৰাণ স্বভাৱ আৰু সৰুকালিতে মাকৰ মুখত শুনা ধৰ্ম্মৰ কাহিনীসমূহে সৰুবেপৰা কালিৰাম মেধিক ধৰ্মপ্ৰাণ কৰি গঢ়ি তুলিছিল।

সোণতৰা জাতে পাতে গাৱঁলীয়া তিৰোতা। আগৰ দিনৰ অসমীয়া তিৰোতাই গাত চোলা নিপিন্ধিছিল। মেখেলাৰ ওপৰত বিহাখন মেৰিয়াই লয় আৰু তাৰ ওপৰত দীঘল ওৰণি টানি চাদৰ এখন। আগৰ দিনৰ তিৰোতা মানুহে গাত চোলা নিপিন্ধিলেও কিন্তু ভৰিৰ পতা দুখনৰ বাহিৰে গাটোৰ একোকে দেখা নগৈছিল। কথাতে (কয় ওৰণি আৰু বাচনিয়ে নাৰী )। সোণতৰা তেনে এগৰাকী গাৱঁলীয়া তিৰোতা।

মেধিৰ ঘৰৰ সীমাতে আন এটি কুঁৱা। সেই কুঁৱাৰ পৰা গাওঁৰ আন তিৰোতা মানুহেও আছি পানী নিয়ে। পানী নিবলৈ মাইকী মানুহহে আহে। পানী নিবলৈ অহা মাইকী মানুহৰ মুৰত দীঘল ওৰণি।

সোণতৰা মেধিৰ ঘৰত ভাত ৰন্ধা সাজটো বঙা। সেই সাজেৰে পাক ঘৰৰ বাহিৰ নহয়। কাৰোবাক কিবা দিব লাগিলেও ওপৰৰ পৰা দিব। চুলে চুৱা যাব। নিতৌ গা-পা ধুই পাক ঘৰত সোমাব। বান্ধি-বাঢ়ি আনক দি মেলি নিজে খাই-বৈ ওলাই আহি আকৌ গাটোকে ধুব। তাৰ পিছত আক বগা সাজ।

সোণতৰা বৰ চাক-চিকুন। মোচাকে মুচিব, সৰাকে সাৰিব। ঘৰবোৰ সুন্দৰকৈ মাটি পানীৰে লিপা মোচা, ফুমাৰি ভাত খাব পাৰি। সোণতৰা মেধিয়ে বৰ ধুতি-বিধুতি মানি চলিছিল। বোৱাৰীয়েকসকলৰ ওপৰত কড়া চকু। কোনোজনী নোৱাৰা হলে মজিয়াতে মাটিত শুব লাগিব। আঠুৱা টানিব লাগিব খুটি পুতি। বেৰৰ গজাশত বিধুতি তিৰোতাই আঠুৱা টানিব নোৱাৰে। ঘৰৰ বেৰ চুলে চুৱা যাব। আন সময়তো গা ধুলে বিচনাৰ কাষলৈ যাব নোৱাৰে। অৱশ্যে দুই এগৰাকী বোৱাৰীয়েকে বুঢ়ীৰ চকুত ধুলি নিদিয়া নহয়। বোৱাৰীয়েকসকলে পিছে আজিও সোণতৰাই মাটিমাহ দি ৰন্ধা পচলাৰ আঞ্জাখনৰ সোৱাদ পাহৰিব পৰা নাই।

তিনিজন ভাই-ককাইৰ ল'ৰা-ছোৱালী বনকৰা চাকৰ-নাকৰৰ সৈতে এখন ভৰপূৰ ঘৰ। থালি পাতি ভাত বান্ধিব লাগে। বিহুৱে-সবাহে দুই তিনি দিনৰ আগৰে পৰা মানুহ গোটাই চিৰা সান্দহ খুন্দা পিঠা-পনা কৰা কাম নির্বিবাদে কৰি যায় সোণতৰা মেধিয়ে।

গাওঁত কাৰোবাৰ ঘৰত মৰা-জীয়া হলে, ছোৱালী তোলনি হলে আন মানুহে খৰাহীত চাউল, বুট-মুগ, কল তামোল-পান আদি লৈ সিধা দিয়া নিয়ম। সকামে-নিকামে জলপান হৈছে হাতীখুজিয়া বাটিত নাইবা ডাঙৰ ডাঙৰ কলৰ দোনাত কোমল চাউল, চিৰা-সান্দহ, গুৰ আৰু এঠা দৈ। সৰভোগ, ৰামদিয়া আৰু বৰপেটাৰ এঠা দৈ ধুলে নেৰায় চাবন দিব লাগে। আগেয়ে হাতীখুজিয়া বাটিত নাইবা ডাঙৰ দোনাত একো একোজন মানুহে যিমান জলপান খাইছিল আজিকালি সেইখিনি জলপানেৰে একো একো ঘৰৰ উছৱ পৰব একোটা হৈ যায়।

কালিৰাম মেধিয়ে শিশুকাল অতিবাহিত কৰিছিল তেনে এখন ভৰপূৰ ঘৰত সম্পূর্ণ নৈতিক পৰিবেশৰ মাজত। মেধিৰ ওপৰত মাকৰ ধর্মপ্রাণ স্বভাৱ আৰু শাস্ত্রজ্ঞানৰ প্রভাৱ বেছি।

**বগৰীবাৰী সত্ৰ ॥**

ৰামদিয়া গাৱঁত সত্ৰ কেবাখনো। বগৰীবাৰী সত্ৰ ৰামদিয়াৰ এখন উল্লেখযোগ্য সত্ৰ। সত্ৰখন মেধিৰ ঘৰৰ নিচেই কাষতে। তেওঁলোক বগৰীবাৰী সত্ৰৰে মেধি। বগৰীবাৰী মহাপুৰুষীয়া সত্ৰ। সত্ৰখন লৈ এবাৰ বিবাদ লাগে। গাৱঁৰ বিবাদ গৈ কেচাৰী উঠিল। এপিনে ধৰম মেধি আন পিনে গাৱঁৰ আন এদল। মোকৰ্দমা গৈ কলিকতা হাইকোৰ্টতহে মীমাংসা হ'ল। মোকৰ্দমাত ধৰম মেধিৰ জয় হ'ল। তেওঁ সত্ৰৰ বৰ মেধি হ'ল। তেওঁৰ পিছত পুত্ৰ ভোগৰাম মেধি সত্ৰৰ মেধি হয়।

বৰপেটা সত্ৰৰ পৰা বন্তি আনি হেনো সত্ৰৰ ঘাই বন্তি জ্বলাইছিল। সত্ৰৰ এগছি বন্তি এতিয়াও মেধিৰ পৰিয়ালৰ মানুহে জ্বলোৱা নিয়ম। পূৰ্বতে গা-পা ধুই তিতা গাৰে আহি বন্তি জ্বলাইছিল।

বগৰীবাৰী সত্ৰৰ প্ৰধান উৎসৱ মহাপুৰুষ শ্ৰীশঙ্কৰদেৱৰ তিথি, মাঘবিহুৰ উৎসৱ আৰু ভঠেলি উৎসৱ। শ্ৰীশঙ্কৰদেৱ, শ্ৰীমাধৱদেৱ আৰু বৰবিষ্ণু আতাৰ তিথিত ভাওনা কৰাটো সত্ৰৰ এটি পূৰ্বাপৰ ৰীতি। সত্ৰৰ থাপনাত আছে ৰত্নাৱলী পুথি এখন। সত্ৰত এটি মাটিৰ খোলৰ বৰ ডাওৰ দবা আছে। পূৰ্বৰ বৰ বৰ চৰিয়া আদি ভাঙি সৰু সৰু কৰিছে। বহুতো ঐতিহ্য বহনকাৰী সম্পদ লোপ পাইছে। সত্ৰৰ চৌহদত এতিয়াও কেইজোপা মান বৰ বৰ তালগছ আছে। সত্ৰৰ কাষতে শঙ্কৰ সংঘই এটা শঙ্কৰ মন্দিৰ সজাইছে।

বগৰীবাৰী সত্ৰ আৰু সত্ৰীয়া পৰিবেশে নিচেই সৰু কালৰে পৰা, জনা নজনা অৱস্থাৰে পৰা কালিৰাম মেধিৰ ওপৰত প্ৰভাৱ পেলাইছিল। কামৰূপৰ বিভিন্ন ঠাইত নামঘৰ আছে যদিও উজনি অসমৰ দৰে অঙ্কীয়া ভাওনাৰ প্ৰচলন কম। কিন্তু ৰামদিয়া গাওঁ ইয়াৰ ব্যতিক্ৰম। ৰামদিয়া গাৱঁত আৰু বগৰীবাৰী সত্ৰত অঙ্কীয়া ভাওনা, তিথিয়ে সবাহে কৰাটো পৰম্পৰা স্বৰূপ। আনকি ভঠেলি খোলাতো ভাওনা কৰা হৈছিল। সৰুকালৰে পৰা দেখি অহা অঙ্কীয়া ভাওনাই মেধিৰ ওপৰত বাৰুকৈয়ে প্ৰভাৱ বিস্তাৰ কৰিছিল। জীৱন জোৰা অভিজ্ঞতাৰে সেয়েহে শেষ জীৱনত সম্পাদনা কৰি উলিয়ালে অঙ্কাৱলীৰ নিচিনা এখন অমূল্য গ্ৰন্থ।

মেধিৰ ওপৰত প্ৰভাৱ পেলোৱা আন এজন লোক ৰামদিয়া গাৱঁৰে শেহৰাম আতৈ। শেহৰাম আতৈ সত্ৰৰ আতৈ। বৰ ধৰ্মপ্ৰাণ লোক। ধৰ্মশাস্ত্ৰৰ খুটি-নাটি জ্ঞান থকা আতৈ। এইজনা ধৰ্মপ্ৰাণ আতৈক কালিৰাম মেধিয়ে সৰুৰে পৰা লগ পাইছিল। তেওঁৰ মুখত ধৰ্মৰ কথা শুনিছিল।

# ৩. শিক্ষা

**ৰামদিয়া ॥**

কালিৰাম মেধিৰ প্ৰাথমিক শিক্ষা ৰামদিয়া গাৱঁতে। ৰামদিয়া গাৱঁৰ প্ৰথম শিক্ষানুষ্ঠান 'ছাত্ৰঘৰ'। ছাত্ৰঘৰ এখন উচ্চ প্ৰাইমাৰী স্কুল। ১৯১৯ খৃঃত স্কুলখন মজলীয়া (এম. ভি.) স্কুলত পৰিণত হয়। সেই সময়ত কপিন দাস ছাত্ৰঘৰৰ প্ৰধান শিক্ষক। বলোৰাম দাস আৰু লক্ষ্মীকান্ত মজুমদাৰ ছাত্ৰঘৰৰ আন দুজন শিক্ষক। কালিৰাম মেধিৰ পঢ়াশলীয়া শিক্ষা ছাত্ৰঘৰতে আৰম্ভ। এতিয়া ছাত্ৰঘৰতে নাম ঘৰ হৈছে।

ৰতিকান্ত চৌধুৰী, মহেশ্বৰ ভৰালী, যাদৱ ভৰালী, নেচাৰ আলি, দানপতি দাস সেই সময়ৰ ছাত্ৰঘৰৰ ছাত্ৰ। কোনো কোনো জন কালিৰাম মেধিৰ সহপাঠী, অন্তৰঙ্গ বন্ধু।

মেধিৰ গাৰ বৰণ তেতিয়া অলপ ক'লা। দেখিবলৈও শুৱনি নহয়। মুখখনত ঠগ বুলিবলৈ নাছিল, সকৰে পৰা গোমোঠা। সকতে অলপ লেতেৰাও আছিল। নাকেৰে সেঙুন ওলায়ে থাকে। কেতিয়াবা গালে মুখে সেঙুনৰ কঢ়াল বান্ধে। নাকৰ সেঙুন বৈ আহি মুখত সোমায়, খবৰ নাই। কোনোৱে কলে হাতৰ তলুৱাৰে বা চোলাৰ আগটোৰে মচে। স্কুলত পঢ়োতেই শম্ভু মেধিৰ লগত লুকাই লুকাই ধপাত খায়। ঘৰত যাতে কোনোৱে গম নাপায় তাৰ বাবে চিলিমটো বিৰিণাৰ মাজত লুকাই থয়।

দেখাত লেতেৰ-পেতেৰ হলেও কালিৰাম মেধি সৰুৰে পৰা পঢ়াত চোকা। আন ল'ৰাৰ দৰে লেৰ লেৰাই নাথাকে। সৰুৰে পৰা গহীন ধৰণৰ। শিক্ষকে কৰিব দিয়া কামখিনি ঠিকমতে নিৰ্ভুল ভাৱে কৰে। যিহকে ধৰে তাকেই পাৰে। সেইবাবে শিক্ষকে মেধিক ভাল পায়। শ্ৰেণীত মেধিৰ স্থান আগ শাৰীত। কোনো শ্ৰেণীত ৰৰ লগা নোহোৱাকৈ মেধিয়ে উচ্চ প্ৰাইমাৰীৰ শেষ পৰীক্ষা দিলে।

মেধিয়ে ভাবিলে গাৱঁৰ স্কুলৰ শেষ পৰীক্ষা দিলে যেতিয়া পঢ়া আৰু শেষ হ'ল। পিতৃ ভুকলি মেধিয়ে তাতেই সন্তুষ্ট। নিজেইটো একোকে নাজানে। ভাবিলে পুত্ৰই খেতি বাতি কৰি ঘৰ চলাব, বচ। কালিৰাম মেধিয়ে এই ছাত্ৰঘৰতে কায়থেলী আখৰ চিনিছিল। কায়থেলী পুথিও পঢ়িব শিকিছিল। কালিৰাম মেধিৰ সকতে ঘৰত মতা নাম কালিয়া। সকলোৱে কালিয়া বুলিয়ে জানে।

গাৱঁতে এজন মণ্ডল আছিল। মণ্ডল বুলিলে গাৱঁত বজা। মণ্ডলজনে কিবা বুধি কৰি ধৰম মেধিৰ মাটি এডোখৰ নিজৰ কৰিলে। এই কথাত ধৰম মেধি ক্ষুণ্ণ হ'ল।

তেতিয়া মেধিয়ে মণ্ডলজনক উদ্দেশ্য কৰি কলে, "মণ্ডল, তই মোৰ মাটিতোখৰ বুধি কৰি নিজৰ কৰিলি। তই মণ্ডলহে, দেখিবি মোৰ ল'ৰাক হাকিম কৰিহে এৰিম।"

ক্ৰোধত অগ্নিশৰ্মা হৈ ধৰম মেধি ঘৰলৈ উভতিল। ঘৰ পাইয়ে বিচাৰিলে 'কালিয়া ক'ত'। কালিয়া মানে কালিৰাম মেধি ঘৰৰ ভাওৰ ল'ৰা। ধৰম মেধিৰ মূৰ্ত্তি দেখি সকলোৰে চুৰ্ত্তি হেৰাল। ভাবিলে কালিয়াই কৰবাত কিবা জগৰ লগালে নেকি? কিন্তু কালিয়াতো তেনে বিধৰ ল'ৰা নহয়। কোনোবা এজনে ভয়ে ভয়ে কলে,

'কালিয়া ঘৰত নাই, পামত আছে।'

'পামত সি কি কৰিছে?'

'কি কৰিব, গৰু ম'হ চাৰি ফুৰিছে।'

'গৰু ম'হ চাৰি ফুৰিছে!'

এই বুলি কৈ একে কোবেই গৈ পাম পালে। পামখন ঘৰৰ পৰা কিছু নিলগত। পাম পাইয়ে চিঞৰিলে, 'কালিয়া কালিয়া।'

'কিয় মাতিছে জেঠা' বুলি কালিয়া ওলাই আহিল।

'তই ইয়াত কি কৰিছ?'

'গৰু চৰাইছোঁ।'

'গৰু চৰাইছ' বুলি গালত এটি পূৰ্ণ তৃতীয়া চৰ। কালিয়া চৰ খাই মুখেৰে মাতিব পৰা নাই, অবাক।

'তই পঢ়াশুনা কৰিব নালাগে।' এই বুলি জেঠাকে কালিয়াক ধৰি বান্ধি ঘৰলৈ লৈ আহিল। পিছদিনা কালিয়াক লৈ ধৰম মেধি গুৱাহাটীলৈ যাত্ৰা কৰিলে। ভতিজাকক গুৱাহাটীৰ হাইস্কুলত পঢ়ুৱাব। সেয়া ১৮৯১ খৃঃৰ কথা। কালিৰাম মেধিৰ বয়স ১১ বছৰ।

ৰামদিয়া বা হাজোৰ পৰা গুৱাহাটীলৈ দূৰত্ব বৰ বেছি নহয়। কিন্তু এই ছোৱা বাট আছিল দুৰ্গম স্বৰূপ। খোজ কাঢ়ি অহাৰ বাহিৰে আৰু উপায় নাই। হাজো, ৰামদিয়া প্ৰায় দুই মাইল। আৰু উত্তৰ গুৱাহাটীৰে হাজো, গুৱাহাটী প্ৰায় ১৮ মাইল। ৰামদিয়াৰ পৰা খৰালি বংশৰ হৈ পথাৰেৰে যাব পাৰি। তেৰামাৰি, শিঙিমাৰীৰে গলে বাট কিছু চমু হয়।

বজাৰ-সমাৰ আদালতৰ কাম কৰিব অহা মানুহে দলবান্ধি খোজ কাঢ়ি অহা-যোৱা কৰিছিল। কিছুমান মানুহে ৰাতিতে দলবান্ধি ১২।১ বজাতে যাত্ৰা কৰেহি। হাজোৰ পৰা এনেদৰে দলবান্ধি অহা মানুহৰ সংখ্যা সৰহ। ৰামদিয়াৰ পৰাও এনেদৰে দলবান্ধি অহাযোৱা কৰিছিল। ৰামদিয়াৰ পৰা হাজো, হাজোৰ পিছত অভয়পুৰ, গেৰুৱা, বৰগাওঁ,

জধি, চেচাঁমুখ, শিঙিমাৰী, দদৰা, দলিবাৰী তাৰ পিছত আগিয়াঠুটি। হাজোৰ পৰা আগিয়াঠুটি এঘাৰ মাইল। আগিয়াঠুটিৰে আমিনগাৱঁলৈ আহিবলৈ অলপ কষ্টকৰ। সাকোৰে পাৰ হব লাগে নাইবা পাহাৰৰ ওপৰেৰে এটি লুঙলুঙীয়া বাট। পাহাৰৰ বাটত বাঘ ওলায়। সেইবাবে দুইচাৰি জন মানুহ গোট খাইহে পাৰ হয়।

আগিয়াঠুটি পাৰ হলেই আমিনগাওঁ। আমিনগাওঁত নৈৰ পাৰতে লগত অনা জা-জলপান খাই লয়। আমিনগাৱঁৰ পৰা উত্তৰ গুৱাহাটী। তাৰ পৰা নাৱেৰে নৈ পাৰ হলেহে গুৱাহাটী।

ঠিক তেনেদৰে উভতি যাওঁতে দলবান্ধি উভতি যায়। আৰু নিশা গৈ হাজো ৰামদিয়া পায়হি। গেৰিয়াৰ ওচৰ পালেই খোজ কাঢ়ি আহোতে আঁতৰা আঁতৰি হোৱা মানুহ পুনৰ লগ হয়। গেৰিয়া গেৰি কৰি ( চিঞঁৰি মতা ) লগ হোৱা বাবেই ঠাইডোখৰৰ নাম গেৰুৱা বা গেৰিয়া হ'ল। ঠিক তেনেদৰে উভতি আহোতে অভয়পুৰ পালে আৰু ভয় নাই হাজো পাবহি। সেইবাবে ঠাইডোখৰৰ নাম হ'ল অভয়পুৰ।

নলবাৰী অঞ্চলৰ পৰাও তেনেদৰেই গুৱাহাটীলৈ খোজকাঢ়ি অহা যোৱা কৰিছিল।

ধৰম মেধিয়ে কালিৰাম মেধিক আগত লৈ এজন বনকৰা মানুহৰ হাতত চাউল-পাত কাপোৰ-কানিৰ ভাৰ এখন দি গুৱাহাটীলৈ যাত্ৰা কৰিলে।

কালিৰাম মেধিক গুৱাহাটী চৰকাৰী হাইস্কুলত নাম লগাই দি টকোবাৰীত বাহা সাজি থাকিবলৈ দিলে। গুৱাহাটী চৰকাৰী হাইস্কুলৰ এটি ছাত্ৰাবাস আছিল। ছাত্ৰাবাসতো দুই তিনিজন ল'ৰাই লগহৈ ভাত ৰান্ধি খাইছিল। কালিৰাম বৰ্মনে তেনেদৰে নিজে ভাত ৰান্ধি খাই ছাত্ৰাবাসত বাস কৰিছিল। এসময়ত হাজোৰ প্ৰহ্লাচৰণ চৌধুৰী আছিল চৰকাৰী হাইস্কুলৰ ছাত্ৰাবাসৰ অধ্যক্ষ। চৌধুৰী স্কুলৰ শিক্ষক।

কালিৰাম মেধিয়ে স্কুলত পঢ়া কালছোৱাত টকোবাৰীৰ 'বাহাত' থাকিয়ে পঢ়িছিল। শনিবাৰ হলে ঘৰলৈ যায়। দেওবাৰে নাইবা সোমবাৰে নিচেই পুৱাতে ভাৰে-ভেটিয়ে গুৱাহাটী বুলি যাত্ৰা কৰে। স্কুলত পঢ়া কালচোৱাত ঘৰলৈ গলে চাউল-পাত ভাৰ বান্ধি অনাটো তেওঁলোকৰ অভ্যাসত পৰিণত হৈছিল। মাজে মাজে ঘৰৰ কোনোৱা গুৱাহাটীলৈ আহিলে চাউল-পাত দি যায়হি। নিজে ৰান্ধি-বাঢ়ি খাইছিল। মাটিৰ টেকেলিত চাহ কৰি খাইছিল। চাহ খাইছিল ভীম ৰলেৰে।

# ৪. শিক্ষা

**গুৱাহাটী ॥**

কালিৰাম মেধিৰ ইংৰাজী শিক্ষাৰ আৰম্ভ গুৱাহাটী চৰকাৰী হাইস্কুলত। ১৮৯১ খৃঃত তেওঁ গুৱাহাটী চৰকাৰী হাইস্কুলত নাম লগায়। ইতিমধ্যে থবৰ ওলাল কালিৰাম মেধিয়ে প্ৰাথমিক স্কুলৰ বৃত্তি পৰীক্ষাত বৃত্তি লাভ কৰিছে। সুদীৰ্ঘ ছয়বছৰ কাল তেওঁ গুৱাহাটী চৰকাৰী হাইস্কুলত শিক্ষা লাভ কৰি ১৮৯৭ খৃঃত এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয়।

গুৱাহাটী চৰকাৰী হাইস্কুল অসমৰ প্ৰথম হাইস্কুল। ১৮৩৫ খৃঃত স্কুলখন স্থাপন কৰা হয়। প্ৰথমতে স্কুলখনৰ নাম গুৱাহাটী গবৰ্ণমেণ্ট চেমিনাৰী (Gowhatti Government Seminary)। মিঃ চিঙ্গাৰ স্কুলখনৰ প্ৰথম প্ৰধান শিক্ষক। ১৮৩৮ খৃঃত স্কুলখনত প্ৰধান শিক্ষক নিযুক্ত হয় মিঃ উইলিয়ম ৰবিঞ্চন। মিঃ চিঙ্গাৰৰ দৰমহা ১৫০ টকা। স্কুলৰ আন শিক্ষকৰ দৰমহা মাত্ৰ ৩০ টকা। মিঃ ৰবিঞ্চনৰ দৰমহা ৩০০ টকা।

প্ৰথম অৱস্থাত গুৱাহাটী চেমিনাৰীৰ ছাত্ৰসকলক লৈ প্ৰধান শিক্ষক বৰ বিমোৰত পৰিছিল। স্কুললৈ ছাত্ৰ অহাৰ কোনো নিৰ্দ্ধাৰিত সময় নাই। যেতিয়াই সময় পায় নিজ খুচি মতে আহে। ফলত দুপৰলৈকে একোটা শ্ৰেণী ছাত্ৰৰ অনুপস্থিতিৰ বাবে সেৰেঙা হৈ থাকে। প্ৰধান শিক্ষকে উপায় নাপাই অভিভাৱকসকলক মাতি আনি এঘাৰ বজাত স্কুল বহুৱাবলৈ নিয়ম বান্ধি লিখাই লয়। এঘাৰ বজাৰ পিছত স্কুলৰ প্ৰধান পথৰ দুৱাৰ বন্ধ কৰি দিয়ে।

প্ৰথম বছৰ স্কুলৰ ছাত্ৰ সংখ্যা ৫৮ জন। ১৮৩৮ খৃঃ ত ছাত্ৰৰ সংখ্যা ১৫০ জন আৰু ১৮৪০ খৃঃ ত ৩৪০ জনলৈ বৃদ্ধি হয়। কিন্তু ১৮৪৪ খৃঃ ত স্কুলখনত ছাত্ৰৰ সংখ্যা ১৪৪ জনৰ ঠাইত ৩৩ জনহে হলগৈ।

উক্ত স্কুলত শিক্ষাৰ মাধ্যম ইংৰাজী। পিছত বঙলা ভাষাতো অধিক গুৰুত্ব দিয়া হৈছিল। বঙলা ভাষা জোৰ কৰি পঢ়াশালী আৰু শিক্ষাৰ মাধ্যম কৰিলেও অসমীয়া মানুহৰ আগ্ৰহ কম। গাৱঁৰতো কথাই নাই চহৰতো বহুতো অভিভাৱকে নগৰীয়া ইংৰাজী স্কুললৈ লৰা নপঠিয়াই ওচৰৰ স্কুল বা টোললৈহে পঠিয়াইছিল।

সেই সময়ত অসমৰ শিক্ষা ব্যৱস্থা বৰ শোক লগা। ১৮৪৯-৫০ খৃঃ ত অসমৰ কমিচনাৰে শিক্ষা সম্পৰ্কে তেওঁৰ বাৰ্ষিক প্ৰতিবেদনত আক্ষেপ কৰি লিখিছিল, 'যেতিয়া চৰকাৰে অসমৰ শিক্ষাৰ ক্ষেত্ৰত প্ৰতিজন ছাত্ৰৰ বাবে খৰচ কৰিছিল এটকা চাৰি অনা



পত্নী—স্বর্ণলতা মেধি



পত্নী—মোক্ষদা মেধি

মাত্র, তেতিয়া বঙ্গদেশত প্রতিজন ছাত্রৰ বাবে খৰছ কৰা হৈছিল সাত টকা ছয় অনা আঠ পইছা।*

সেই সময়ত প্রাথমিক স্কুলৰ পাঠ্যক্রমৰো কোনো ঠিক নাছিল। স্কুলসমূহ আৰু শিক্ষাৰ ক্ষেত্রত থকা খেলি মেলি আতৰাই নির্দ্ধাৰিত পাঠ্যক্রমৰ মাজেৰে শিক্ষা দিয়াৰ প্রয়োজনীয়তা অনুভৱ কৰি গুৱাহাটী চেমিনাৰীৰ প্রধান শিক্ষক মিঃ উইলিয়ম ৰবিঞ্চনক কমিচনাৰৰ অধীনত অসমৰ স্কুলসমূহৰ ইন্সপেক্টৰ নিযুক্ত কৰা হয়। ১৮৪৪ খৃঃ ৰ এপ্রিল মাহৰ পৰা ইন্সপেক্টৰ স্বৰূপে কার্য্য-নির্বাহ কৰা মিঃ উইলিয়ম ৰবিঞ্চনেই অসমৰ প্রথম ইন্সপেক্টৰ অৱ স্কুলচ্। তেতিয়াৰ ইন্সপেক্টৰ আজিকালিৰ শিক্ষা বিভাগৰ ডিৰেক্টৰৰ দিচিনা। অসমত শিক্ষা বিভাগৰ অধিকর্ত্তা (D. P. I.) পদৰ সূচনা কৰিছিল ১৯০৬ খৃঃ ৰ পৰা।

মিঃ ৰবিঞ্চনে ৰচনা কৰা A Grammar of the Asamese Language (by William Robinson, Government Seminary Gowhatti, Serampore Press, 1839) অসমীয়া ভাষাৰ প্রথম ব্যাকৰণ। মিঃ ৰবিঞ্চনৰ দ্বিতীয় গ্রন্থ A Descriptive Account of Assam (Gowhatti Government Seminary, 1841)

মিঃ ৰবিঞ্চনে কাণেৰে কম শুনিছিল। ১৮৬৩ খৃঃত নাজিৰাত তেওঁৰ মৃত্যু হয়। ৰবিঞ্চনৰ মৃত্যুৰ পিছত নিযুক্ত হোৱা মিঃ মূৰে (Mr. Murry) স্কুলসমূহৰ দ্বিতীয় ইন্সপেক্টৰ।

ইতিমধ্যে ১৮৫৭ খৃঃ ত কলিকতা বিশ্ববিদ্যালয় স্থাপন কৰা হয়। ১৮৫৮ খৃঃ ত কলিকতা বিশ্ববিদ্যালয়ে গুৱাহাটী গবর্ণমেণ্ট চেমিনাৰীক এণ্ট্রেন্স মহলালৈ স্বীকৃতি দিয়ে। লীলাময় দাস আৰু কামাখ্যা দাস গুৱাহাটী চেমিনাৰীৰ পৰা ১৮৬১ খৃঃত এণ্ট্রেন্স পৰীক্ষাত উত্তীর্ণ হয়। উক্ত স্কুলৰ পৰা এণ্ট্রেন্স পৰীক্ষাত উত্তীর্ণ হোৱা এই দুজনেই প্রথম ছাত্র। ১৮৬৪ খৃঃ ত উক্ত স্কুলৰ পৰা একেলগে আনন্দৰাম বৰুৱা, মাধৱচন্দ্র বৰদলৈ, জালনুৰ আলি আহমদ (ফখৰুদ্দিন আলি আহমদৰ পিতৃ) আৰু শিৱৰাম বৰা এণ্ট্রেন্স পৰীক্ষাত উত্তীর্ণ হৈছিল।

ইন্সপেক্টৰ নিযুক্ত হৈ মিঃ মূৰেই অসমত কলেজীয়া শিক্ষাৰ প্রচলনত গুৰুত্ব আৰোপ কৰিছিল। সেই সময়ত অসমত এণ্ট্রেন্স পৰীক্ষা দিবলৈ স্বীকৃতি পোৱা স্কুলৰ সংখ্যা মাত্র দুখন আৰু ছাত্রসংখ্যাও সীমিত।

মিঃ মূৰে সেইবাবে অসমত সুকীয়াকৈ কলেজ পতাৰ সম্ভাৱনা নেদেখি গুৱাহাটী

---

* Assam In The Days Of The Company: Dr. H. K. Barpujari 1963, P. 282।

চেমিনাৰীতে কলিকতা বিশ্ববিষ্ঠালয়ৰ অধীনত এফ এ. শ্ৰেণী খুলিবলৈ পৰামৰ্শ আগবঢ়ায়। ১৮৬৬ খৃঃ ত গুৱাহাটী চেমিনাৰীতে এফ. এ শ্ৰেণী খোলা হয় আৰু ১৮৭০ খৃঃ ৰ পৰা উক্ত অনুষ্ঠানতে আইনৰ শ্ৰেণী এল এ খোলা হয়। তেতিয়াৰে পৰা স্কুলখনৰ নাম হয় কলেজিয়েট স্কুল।

এফ. এ. শ্ৰেণী খোলাত ১৮৬৬ খৃঃ ৰ মেই মাহত লক্ষ্মীনাথ দাস এম এ. বি এল প্ৰধান শিক্ষক নিযুক্ত হয়। তেওঁ পূৰ্বতে আছিল বেনাৰস কলেজৰ অঙ্ক শাস্ত্ৰৰ অধ্যাপক। প্ৰথমতে গুৰুদাস বেনাৰ্জীক এই পদ যাচিছিল। কিন্তু তেওঁ গ্ৰহণ নকৰিলে। উক্ত অনুষ্ঠানৰ আন আন শিক্ষক চন্দ্ৰমোহন গোস্বামী, দীননাথ সেন, নবকুমাৰ ভট্টাচাৰ্য্য আৰু আইনৰ শিক্ষক তাৰাচন্দ্ৰ বেনাৰ্জী এম এ, বি এল।

এফ. এ শ্ৰেণীৰ ছাত্ৰ সংখ্যা ১৮৬৮-৬৯ খৃঃ ত ৮ জন, ১৮৬৯-৭০ খৃঃ ত ১৫ জন, ১৮৭০-৭১ খৃঃ ত ১৭ জন, ১৮৭১-৭২ খৃঃ ত ৬ জন আৰু ১৮৭২-৭৩ খৃঃ মাত্ৰ ৪ জন।

১৮৭০ খৃঃ ত পাচ কৰা ছাত্ৰসকলৰ ভিতৰত দ্বিতীয় বিভাগত জগন্নাথ শৰ্মা, তৃতীয় বিভাগত নাদিৰ আহম্মদ, কালিৰাম দাস, ৰমাকান্ত দাস। ১৮৭১ খৃঃ ত দ্বিতীয় বিভাগত মাণিকচন্দ্ৰ, কাশীনাথ শৰ্মা আৰু তৃতীয় বিভাগত শশীধৰ।

১৮৭০ খৃঃ ত পাচ কৰা জগন্নাথ শৰ্মা ৰায়বাহাদুৰ জগন্নাথ বৰুৱা আৰু ১৮৭১ খৃঃত পাচ কৰা মাণিকচন্দ্ৰ মানিকচন্দ্ৰ বৰুৱা। ৰমাকান্তও সম্ভবতঃ অভিমন্যু বধ কাব্যৰ কবি ৰমাকান্ত চৌধুৰী।

জগন্নাথ বৰুৱাই ১৮৭২ খৃঃ ত প্ৰেচিডেন্সী কলেজৰ পৰা বি. এ. পাচ কৰিছিল। উজনি অসমৰ প্ৰথম বি এ বাবে তেওঁক বি. এ. জগন্নাথ বোলা হৈছিল।

মাণিকচন্দ্ৰ বৰুৱাই প্ৰেচিডেন্সী কলেজত বি এ পঢ়িছিল। কলিকতাত তেওঁৰ স্বাস্থ্যৰ অৱনতি হোৱাত ৰাকিপুৰ কলেজত বি এ পঢ়িছিল।

১৮৬৬ খৃঃত কলিকতা প্ৰেচিডেন্সী কলেজৰ পৰা এল এ ( পিছত এফ এ ) আৰু আনন্দৰাম বৰুৱাই ১৮৬৯ খৃঃত উক্ত কলেজৰ পৰাই বিশ্ববিষ্ঠালয়ত তৃতীয় স্থান অধিকাৰ কৰি বি এ পৰীক্ষাত উত্তীৰ্ণ হৈছিল। আনন্দৰাম বৰুৱা অসমৰ প্ৰথম গ্ৰেজুৱেট।

১৮৭২-৭৪ খৃঃত গুৱাহাটী কলেজিয়েট স্কুলৰ এফ. এ পৰীক্ষাৰ ফল আছিল হতাশজনক।[৬]

---

৬. The Golden Jubilee Volume, Cotton College 1951-52—A Short History of Higher Education in Assam— Dr. H. K. Barpujari.

| | ১৮৬৯ | ৭০ | ৭১ | ৭২ | ৭৩ | ৭৪ | ১৮৭৫ |
|---|---|---|---|---|---|---|---|
| এণ্ট্ৰেন্স পৰীক্ষাৰ্থী | ১৫ | ২৩ | ১৪ | ১০ | ১৪ | ১৫ | ৩০ |
| উত্তীৰ্ণ | ৯ | ১৩ | ৫ | ৩ | ৭ | ৫ | ৬ |
| এফ. এ পৰীক্ষাৰ্থী | ২ | ৬ | ১০ | ৫ | ৫ | ২ | ০ |
| উত্তীৰ্ণ | ১ | ৪ | ৩ | ০ | ০ | ০ | ০ |

আনহাতে গুৱাহাটী কলেজিয়েট স্কুলৰ ছাত্ৰৰ খৰচ কলিকতা কলেজৰ এজন ছাত্ৰৰ খৰচতকৈ বেচি। ১৮৭৩-৭৪ খৃঃত গুৱাহাটী কলেজিয়েট স্কুলৰ প্ৰতিজন ছাত্ৰৰ বাবে খৰচ হয় ১০৮৬ টকা। আনহাতে কলিকতা প্ৰেচিডেন্সী কলেজত ২১০ টকা, পাটনা কলেজত ৪৯৮ টকা আৰু কটক হাইস্কুলত ৪০৮ টকা।[৭]

নানান অজুহাত দেখুৱাই গুৱাহাটী কলেজিয়েট স্কুলৰ এফ. এ. আৰু আইনৰ শ্ৰেণী ১৮৭৬ খৃঃৰ পৰা একেবাৰে বন্ধ কৰি দিয়া হয়। গুৱাহাটী স্কুল পুনৰ এণ্ট্ৰেন্স মহলাৰ স্কুলত পৰিণত হ'ল।[৭]

## গুৱাহাটী গবৰ্ণমেণ্ট হাইস্কুলত

কালিৰাম মেধি গুৱাহাটী চৰকাৰী হাইস্কুলত পঢ়া সময়ত গুৱাহাটী চহৰত শিক্ষানুষ্ঠান আঙুলিব মূৰত লেখিব পৰা কেইখনমান। চৰকাৰী হাইস্কুলৰ উপৰি এখন ছাত্ৰবৃত্তি স্কুল আৰু এখন নৰ্মাল স্কুল। ছাত্ৰবৃত্তি স্কুলখনক বঙলা স্কুল কোৱা হৈছিল।

নৰ্মাল স্কুলখনৰ শিক্ষাৰ মাধ্যম বঙলা। ইয়াৰ পূৰ্বৰে পৰা নগাৱত এখন নৰ্মাল স্কুল আছিল। দীনবন্ধু তৰ্কলঙ্কাৰ নগাওঁ নৰ্মাল স্কুলৰ এজন কৃতী শিক্ষক। 'অসমীয়া লৰাৰ ব্যাকৰণ' তেওঁৰ এখন পঢ়াশলীয়া পুথি।

১৮৮৪ খৃঃত পাণীন্দ্ৰনাথ গগৈ গুৱাহাটী নৰ্মাল স্কুলৰ এজন ছাত্ৰ। তেতিয়া নৰ্মাল স্কুলৰ পাঠ্যক্ৰম তিনিবছৰীয়া। ব্ৰজপতি বেনাৰ্জী গুৱাহাটী নৰ্মাল স্কুলৰ প্ৰধান শিক্ষক। আন দুজন বঙালী শিক্ষক জয়চন্দ্ৰ চক্ৰবৰ্ত্তী আৰু নাৰায়ণচন্দ্ৰ শৰ্মা বিদ্যাভূষণ। একমাত্ৰ অসমীয়া শিক্ষক হলিৰাম মেধি। এইখন নৰ্মাল স্কুল পিছত যোৰহাটলৈ স্থানান্তৰ কৰা হয়।[৮] ধনাই বৰা গুৱাহাটী নৰ্মাল স্কুলৰ পৰা পাচ কৰা ছাত্ৰ।

সেই সময়ত গুৱাহাটী ছাত্ৰ বৃত্তি স্কুল (বঙলা স্কুলৰ) প্ৰধান শিক্ষক কুদ্ৰত আলী। ব্ৰজনাথ চট্টোপাধ্যায়, বহিবুদ্দিন, নলবাৰীৰ হলিৰাম দত্ত, কমলাকান্ত দাস

৭. উক্ত গ্ৰন্থ।
৮. দত্ত বৰুৱাৰ জীৱন কথা —হৰিনাৰায়ণ দত্ত বৰুৱা

হেমকান্ত বৰুৱা প্ৰভৃতি স্কুলৰ আন আন শিক্ষক। সময়ে সময়ে শিক্ষক সাল সলনি হৈছিল। জগন্নাথ বুজৰবৰুৱাই এইখন স্কুলতে ৬ষ্ঠ শ্ৰেণীৰ পৰা ১০ম শ্ৰেণীলৈকে পঢ়িছিল। তেওঁ সদায় শ্ৰেণীত প্ৰথম হৈ শেষত ৪ টকীয়া বৃত্তি লাভ কৰি ছাত্ৰ বৃত্তি পৰীক্ষাত উত্তীৰ্ণ হয়। তেতিয়াৰ দিনত ৪ টকাকৈ চাৰিবছৰ বৃত্তি দিয়া হয়। আৰু শেষৰ দুবছৰ মাচুল মাফ দিয়ে।*

১৮৯৩ খৃঃত জগন্নাথ বুজৰবৰুৱা গুৱাহাটী চৰকাৰী হাইস্কুলৰ ষষ্ঠ শ্ৰেণীত ভৰ্ত্তি হৈছিল। কালিৰাম মেধি আছিল জগন্নাথ বুজৰবৰুৱাৰ সহপাঠী। মেধিয়ে হাইস্কুলত নাম লগাইছিল ১৮৯১ খৃঃত প্ৰাথমিক স্কুলৰ শেষ পৰীক্ষা দি আৰু বুজৰবৰুৱাই ১৮৯৩ খৃঃত ছাত্ৰবৃত্তি পৰীক্ষাত উত্তীৰ্ণ হৈ।

অভয়চৰণ ভট্টাচাৰ্য্য সেই সময়ত গুৱাহাটী চৰকাৰী হাইস্কুলৰ প্ৰধান শিক্ষক। দ্বিতীয় শিক্ষক বৈকুণ্ঠনাথ দাসগুপ্ত। তৃতীয় শিক্ষক গোপালচন্দ্ৰ ঘোষ। সেই সময়ৰ স্কুলৰ এজন কৃতী শিক্ষক জ্ঞানেন্দ্ৰমোহন সেন। সেন এজন সকলোৰে শ্ৰদ্ধাভাজন শিক্ষক। সংস্কৃত শিক্ষক ৰামতনু ন্যায়সংখ্য চঞ্চু। তেওঁ এজন আদৰ্শ কৃতী শিক্ষক। কালিৰাম মেধি আছিল সংস্কৃতত এজন চোকা ছাত্ৰ। সেইবাবে তেওঁ ৰামতনু ন্যায়সংখ্য চঞ্চুৰ অতি প্ৰিয় ছাত্ৰ।

জগন্নাথ বুজৰবৰুৱাই তেওঁৰ আত্মজীৱনীত লিখিছে "এই ৰকম ভগ্ন স্বাস্থ্যৰে সৈতে পঢ়িয়ো ৬ষ্ঠ শ্ৰেণীৰ পৰা ছয় মাহিলী পৰীক্ষাত ২য় হৈ পাচ কৰা বাবে আমি প্ৰথম তিনিজন লৰাক পঞ্চম শ্ৰেণীলৈ প্ৰমোচন দিলে। ছমাহ পিছত গৈ পঞ্চম শ্ৰেণীত পঢ়িব লগা হোৱাত ইংৰাজী সাহিত্য আৰু ব্যাকৰণ আৰু ইংৰাজী ইতিহাসত আগৰ লৰা-বিলাকৰ সমকক্ষ হবলৈ প্ৰথমতে টান পাইছিলোঁ।· ····চতুৰ্থ শ্ৰেণীত নতুনকৈ আন ঠাইৰ পৰা আহি ভৰ্ত্তি হোৱা তিনিজন বৰ চোকা বঙালী লৰাক লগ পালোঁ। এজনৰ নাম সতীশচন্দ্ৰ দাসগুপ্ত এজনৰ নাম জ্ঞানৰঞ্জন লাহিড়ী আৰু আনজনৰ নাম দ্বিজেন্দ্ৰমোহন সেন।

জগন্নাথ বুজৰবৰুৱাৰ লগত ছমাহৰ পিছতে ওপৰ শ্ৰেণীলৈ প্ৰমোচন পোৱা তিনিজন ছাত্ৰৰ ভিতৰত সম্ভৱতঃ কালিৰাম মেধিও এজন। সেইসময়ত হাইস্কুলৰ ওপৰ শ্ৰেণীৰ শিক্ষাৰ মাধ্যম ইংৰাজী। বুৰঞ্জী, ভূগোল পঢ়িব লগা হৈছিল ইংৰাজীত।

কালিৰাম মেধি আৰু জগন্নাথ বুজৰবৰুৱাৰ গুৱাহাটী গবৰ্ণমেণ্ট হাইস্কুলৰ সহপাঠী আছিল আজিমউদ্দিন আহম্মদ, দীদাৰ উদ্দিন (পিছত দীদাৰ ডাক্তৰ, দীদাৰ বাবু), মুন্সি গিয়াচুদ্দিন আহম্মদ, মহেন্দ্ৰলাল বৰুৱা (ৰায়বাহাদুৰ কনকলাল বৰুৱাৰ ভায়েক)

---

৯. আত্মজীৱনী—জগন্নাথ বুজৰবৰুৱা, ১৯৩৭

দুৰ্গানাথ বৰুৱা ( ধৰ্মেশ্বৰী দেৱী বৰুৱানীৰ স্বামী ), লীলাধৰ দাস, সত্যৰাম দাস ( পিছত চৌধুৰী ) আৰু সুৰেশ দাসগুপ্ত প্ৰভৃতি।

স্কুলীয়া ছাত্ৰাৱস্থাত কালিৰাম মেধি এজন চোকা ছাত্ৰ স্বৰূপে পৰিচিত। আৰু চোকা বঙালী লৰাৰ লগত সমানে ফেৰ মাৰিব পাৰিছিল। মেধি অল্পভাষী, লাহ বিলাহ ধুন-পেচ নাই, চাধা-চিধা লৰা। নিজে গাৱঁৰ ঘৰৰ পৰা ভাৰ বান্ধি বস্তু-বাহানি কঢ়িয়াই আনি বান্ধি বাঢ়ি খাবলৈ অকণো কুণ্ঠাবোধ নকৰে। আকৌ বন্ধত গলে খেতি খোলাৰ পৰা খাট-পাম সকলোতে ইটো-সিটো লাচনি-পাচনি কৰিবলৈ হেলা নকৰে। মেধিৰ নিৰহংকাৰী এনে নিজ্ স্বভাৱৰ বাবে জেঠাক ধৰম মেধিৰ বৰ মৰমৰ। গাৱঁৰ বন্ধু-বান্ধৱৰ লগত সুযোগ পালেই লুকাই চুৰকৈ ধপাতৰ চিলিমত এটান মাৰিবলৈ নাপাহৰে। এই ধপাত খোৱা অভ্যাস তেওঁৰ শেষ জীৱনলৈকে আছিল।

তেতিয়াৰ গুৱাহাটীখন একপ্ৰকাৰ পানবজাৰ, ফাচীবজাৰ আৰু উজানবজাৰতে সীমাবদ্ধ। ইপিনে শিলপুখুৰী সিপিনে ভৰলুমুখ। আজিকালিৰ দৰে আলিবাটেও পোৱালি মেলা নাছিল। ব্ৰহ্মপুত্ৰৰ পাৰৰ আলিটো আছিল। সেইসময়ৰ গুৱাহাটীৰ ঘাই আকৰ্ষণ ব্ৰহ্মপুত্ৰৰ পাৰৰ জাহাজ ঘাট। ব্ৰহ্মপুত্ৰ নদখনেই বহিঃ জগতৰ লগত সম্বন্ধ স্থাপনৰ একমাত্ৰ পথ। উজনি নামনি কেউপিনে যোৱাৰ একমাত্ৰ উপায় জাহাজ। জাহাজ ঘাটত জাহাজৰ উপৰি থাকে সৰু বৰ অসংখ্য নাও। কিছুমান বিবিধ সামগ্ৰী লৈ অহা বৰ বৰ বেপাৰী নাও। কিছুমান ইপাৰ-সিপাৰ হোৱা খেল নাও। দূৰৰ পৰা জাহাজ নাইবা নাৱেৰে আহিলে পোনতে গুৱাহাটীৰ চকুত পৰে চাৰ্চৰ চূড়াটো। ব্ৰহ্মপুত্ৰৰ পাৰত শাৰী-শাৰী চৰকাৰী বঙলা। সৰহভাগ চাকৰিয়ালে বগা চাহাব। হাইস্কুল, আদালত, পোষ্ট অফিচ, চাৰ্চকে আদি কৰি ব্ৰহ্মপুত্ৰৰ পাৰত থকা কাৰ্য্যালয় কেইটাৰ বাহিৰে আৰু নাই। বৰ্তমান কটন কলেজৰ অধ্যক্ষৰ বাস ভৱন আছিল চৰকাৰী ডাক বঙলা। বিজুলী চাকিৰ সলনি ৰাস্তাৰ দাঁতিত জলিছিল লেম্প। ছিলঙলৈ অহা যোৱা কৰা বাহন গৰুগাড়ী। গৰুগাড়ীৰে ছিলঙলৈ অহা যোৱা কৰা শুনিলে আজিৰ লৰা-ছোৱালীয়ে আচৰিত হব।

১৮৮২ খৃঃ ৰে পৰা ডিব্ৰুগড ছৈখোৱা ঘাট পথত ৰেল আলি সজা আৰম্ভ হৈছিল যদিও আৰু কিছুমান সৰুৰৰ চহৰ ৰেল আলিয়ে স্পৰ্শ কৰিছিল যদিও গুৱাহাটী চহৰ স্পৰ্শ কৰা নাছিল। গুৱাহাটীৰ পৰা যমুনামুখলৈ ৰেলআলি সজা হৈছিল ১৮৯৭ খৃঃত। কিন্তু সেইবছৰৰ বৰভূঁইকঁপত ৰেলআলি বেয়াকৈ ক্ষতিগ্ৰস্ত হয়। ইপিনে ইষ্টাৰ্ন বেঙ্গল ৰেলেৰে ধুবুৰী চহৰ স্পৰ্শ কৰিছিল ১৯০২ খৃঃত। উত্তৰ পাৰেৰে গুৱাহাটীৰ লগত ৰেল সংযোগ হয় ১৯১০ খৃঃত।

এইখন গুৱাহাটীতে কালিৰাম মেধিয়ে ১৮৯৭ খৃঃ লৈকে স্কুলীয়া ছাত্ৰ স্বৰূপে বাস

কৰিছিল আৰু বহিঃ বিশ্বৰ সন্ধানো লাভ কৰিছিল গুৱাহাটী চহৰতে। ১৮৯৭ খৃঃত কালিৰাম মেধিয়ে গুৱাহাটী চৰকাৰী হাইস্কুলৰ পৰা প্ৰথম বিভাগত এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হয়। সেইবছৰ গুৱাহাটী চৰকাৰী হাইস্কুলৰ পৰা উত্তীৰ্ণ হোৱা ছাত্ৰৰ সংখ্যা দহজন। চাৰিজন প্ৰথম বিভাগত, পাচজন দ্বিতীয় বিভাগত আৰু এজন তৃতীয় বিভাগত। সেইবছৰ তৈয়ামৰ জিলা কেইখনৰ পৰা উত্তীৰ্ণ হোৱা ছাত্ৰৰ সংখ্যা ৩৫ জন। প্ৰথম বিভাগত ৭ জন দ্বিতীয় বিভাগত ২২ জন আৰু তৃতীয় বিভাগত ৬ জন। গুৱাহাটী চৰকাৰী হাইস্কুলৰ পৰা প্ৰথম বিভাগত উত্তীৰ্ণ হোৱা ছাত্ৰ কালিৰাম মেধি, সতীশচন্দ্ৰ দাসগুপ্ত,জ্ঞানৰঞ্জন লাহিড়ী, দ্বিজেন্দ্ৰমোহন সেনগুপ্ত, দ্বিতীয় বিভাগত জগন্নাথ বুজৰবৰুৱা, দানপতী দাস, পৰমানন্দ চৌধুৰী, সভাৰাম দাস ( চৌধুৰী ) সুৰেন্দ্ৰনাথ পাল। তৃতীয় বিভাগত ৰাখাল চন্দ্ৰ সেন। সেই বছৰে ডিব্ৰুগড় হাইস্কুলৰ পৰা দ্বিতীয় বিভাগত এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈছিল বিশ্বেশ্বৰ চাংকাকতী।১০ বিশ্বেশ্বৰ চাংকাকতী অম্বু বৰুৱাৰ পিতৃ আৰু হেম বৰুৱাৰ শহুৰেক।

---

১০. Calcutta University

1897

Entrance Examination

First Division

Kanak Ch Das (18 Years) Nowgong High School
Satish Ch. Das Gupta (16) Gauhati Govt. High School
Tarak Nath Goswami (18) Nowgong
Jnanranjan Lahiri (14) Gauhati
Jatindra Ch Mitra (14) Tezpur Govt. High School
Kaliram Medhi (15) Gauhati
Dwijendra Mohan Sengupta (17) Gauhati

2nd Division

Srinath Barua (19) Dibrugarh High School
Jatindra Kumar Basu (15) Jorhat High School
Jagannath Buzar Barua (16) Gauhati
Kaliprasanna Chakrabarty (16) Dhubri High School
Tankeswar Chaliha (16) Golaghat Bezbarua High School
Paramananda Chaudhury (18) Gauhati
Bisweswar Changkakati (15-8) Dibrugarh

কালিৰাম মেধিয়ে এণ্ট্ৰেন্স পৰীক্ষাত সংস্কৃতত অসমীয়া ছাত্ৰৰ ভিতৰত সৰ্বোচ্চ নম্বৰ লাভ কৰিছিল। সংস্কৃতত অসমীয়া ছাত্ৰৰ ভিতৰত প্ৰথম স্থান লাভ কৰা বাবে দুটা পদক পাইছিল। পদক দুটাৰ এটা হেমচন্দ্ৰ বৰুৱা পদক আৰু আনটো হেমধৰ বৰুৱা পদক। ৰূপৰ টকাতকৈ ডাঙৰ ঘূৰণীয়া আকৃতিৰ পদক দুটাৰ দুই পিঠিত লিখা আছিল এনেদৰে—প্ৰথমটো পদক—

প্ৰথম পিঠি

Awarded To
Kali Ram Medhi
For having stood first
in Sanskrit Among
Assamese candidate

দ্বিতীয় পিঠি

Gauhati Govt High School
Hem Chandra Barua Medal
Entrance Examination
1897

---

Chandrahash Das (17) Tezpur
Danpati Das (19) Gauhati
Ramakanta Das (17) Tezpur
Subha Ram Das (18) Gauhati
Padmanath Deka (21) Tezpur
Manmath Nath Ghosh (20) Dhubri High School
Jogeswar Goswami (16) Jorhat
Pratap Ch. Hazarika (18) Tezpur
Kamal Ch. Kagti (15) Jorhat
Labaram Saikia (18) Nowgong
Surendra Nath Pal (17) Gauhati
Ramesh Ch. Rajkhowa (17) Sibsagar Govt High School
Debendra Narayan Roy (17) Tezpur
Haranath Sarma (17) Jorhat
Chandrakanta Sengupta (17) Dhubri

দ্বিতীয় পদক

প্ৰথম পিঠি

From the Brahmaputra
Valley High Schools
Awarded to
Kali Ram Medhi
Being the Assamese Students
who stood First
in the
Sanskrit Language
at the
Calcutta University
Entrance Examination
of 1896—97

দ্বিতীয় পিঠিত

Presented By Mr Jagannath
Barua of Jorhat
In the Memory of his Father
Hemdhar Barua

দ্বিতীয় ৰূপৰ পদকটো প্ৰদান কৰিছিল বি এ জগন্নাথ বৰুৱাই তেওঁৰ পিতৃ হেমধৰ বৰুৱাৰ স্মৃতিত। তেওঁলোকৰ সময়ত এণ্ট্ৰেন্স পৰীক্ষাত অসমীয়া প্ৰশ্নকাকত এখন পাঠ্য

---

3rd Division

Bijoy Krishna Bandopadhaya (17) Jorhat
Bhabani Charan Bordoloi (18) Nowgong
Maheswar Barthakur (15) Sibsagar
Sonaram Das (16) Barpeta High School
Upendra Nath Sarma (17) Sibsagar
Rakhal Ch. Sen (18) Gauhati

University of Calcutta
The Calendar for the year 1897

পুথি সমূহ হ'ল পদ্মনাথ গোহাঞি বৰুৱা সম্পাদিত 'সাহিত্য সংগ্ৰহ', সত্যনাথ বৰাৰ 'সাহিত্য বিচাৰ' আৰু মাধৱচন্দ্ৰ বৰদলৈ সংকলিত 'ৰামায়ণ'। এণ্ট্ৰেন্স পৰীক্ষাৰ অসমীয়া পৰীক্ষক ৰমাকান্ত বৰকাকতী।

কালিৰাম মেধি, জগন্নাথ বুজৰবৰুৱা প্ৰভৃতি এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হোৱা ২০ জন ছাত্ৰই কুৰিটকাকৈ বৃত্তি লাভ কৰিছিল। অসমৰ ছাত্ৰৰ বাবে বৃত্তিৰ সংখ্যা আছিল ১৪টা কিন্তু সেইবছৰ মহাৰাণী ভিক্টোৰিয়াৰ ৰাজত্বৰ সোণালী জয়ন্তী হোৱা বাবে আৰু ছয়টা বৃত্তি বঢ়াই দি ২০টা কৰা হৈছিল। সেইদিনত কুৰি টকা বৃত্তিৰে বহুতো ছাত্ৰই পঢ়িব পাৰিছিল।

১৮৮১ খৃঃত অসমৰ চিফ কমিচনাৰ চাৰ চাৰ্লচ ইলিয়ট। তেওঁৰ কাৰ্য্যকালত অসমত কলেজীয়া শিক্ষাৰ প্ৰচলনৰ দাবী উঠিছিল। তেওঁ সেই দাবী পূৰণ কৰিব নোৱাৰি এণ্ট্ৰেন্স পাচ কৰা প্ৰতিজন ছাত্ৰকে ২০ টকাকৈ বৃত্তি দিছিল। এই বৃত্তিকে পিছত ইলিয়টী বৃত্তি বুলি কোৱা হৈছিল। ইলিয়টৰ পূৰ্বে এণ্ট্ৰেন্স পাচ কৰা ছাত্ৰৰ বাবে বৃত্তি আছিল ১০।১৫ টকা। দুবছৰ পিছত এফ এ পাচ কৰিব পাৰিলে বি. এ পঢ়িবলৈকো পুনৰ বৃত্তি লাভ কৰিছিল। গুৱাহাটীৰ নৰ্মাল স্কুলখন চাৰ ইলিয়টৰ দিনতে স্থাপন কৰা।

চাৰ ইলিয়টে সকলো ছাত্ৰকে বৃত্তি দিয়া কথাটো বলিনাৰায়ণ বৰাই 'মৌ' আলোচনীত 'উচ্চ-শিক্ষা' নামৰ এটি প্ৰবন্ধত লিখিছিল।

"তাত বাদেও অসমৰ পৰা যেয়ে প্ৰবেশিত উঠিব পাৰে সেয়ে ২০ টকাকৈ বৃত্তি পাব এই নিয়মটো ভাল বুলি শলাগিব নোৱাৰি। পৰীক্ষাত বিশেষ পাৰদৰ্শিতা দেখুৱাব পাৰিলেহে বৃত্তি দিব লাগে। ফল বিবেচনা নকৰি সকলোকে বৃত্তি দিলে বৃত্তিৰ উদ্দেশ্য সাধন নহয়, পঢ়াত মন আৰু যতন বঢ়াবলৈ লৰাৰ লক্ষ্য নাথাকে আৰু উচ্চ শিক্ষাৰ দৰ কমি গৈ ক্ৰমে অনাদৰ হয়।"[১১]

১৮৮৫ খৃঃ ৰ পৰা মিঃ ডবলিউ ই ৱাৰ্ড অসমৰ একটিং চিফ কমিচনাৰ। মিঃ ৱাৰ্ডে সকলো ছাত্ৰৰ বাবে বৃত্তিৰ ব্যৱস্থা নকৰি প্ৰথম চৈধ্য জনকহে যোগ্যতানুসাৰে বৃত্তি দিয়াৰ ব্যৱস্থা কৰে। ১৮৮৭ খৃঃৰ পৰা এই ব্যৱস্থা বলবৎ হয়। মিঃ ৱাৰ্ডে আৰু নিয়ম কৰিলে যে যিসকল ছাত্ৰই দুবছৰ পঢ়ি এফ. এ পাচ কৰিব সেই সকলেহে বি এ পঢ়াৰ বাবে পুনৰ বৃত্তি লাভ কৰিব। তেনেভাবে তেওঁ ডাক্তৰী, ইঞ্জিনিয়াৰিং আদি পঢ়াৰ বাবেও বৃত্তিৰ ব্যৱস্থা কৰিছিল। মিঃ ৱাৰ্ড চাহাবৰ বৃত্তি দিয়া নীতিয়ে অসমীয়া ছাত্ৰৰ কলেজীয়া শিক্ষা লাভৰ পথত হেঙাৰ সৃষ্টি কৰিছিল।

---

১১. উচ্চ শিক্ষা —বলিনাৰায়ণ বৰা। মৌ, প্ৰথম বছৰ, দ্বিতীয় সংখ্যা, ১৮৮৭।

কালিৰাম মেধিৰ বৃত্তি লাভৰ ক্ষেত্ৰত কোনো বাধা নাছিল আৰু যোগ্যতানুসাৰে তেওঁ বৃত্তি লাভ কৰিছিল।

মেধিয়ে এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হোৱাৰ সময়ত অসমত হাইস্কুলৰ সংখ্যা ২৪ খন। তেতিয়াৰ অসম শ্ৰীহট্ট, মেঘালয় আদিকে লৈ বৃহত্তৰ অসম। সেই সময়ত ভৈয়ামৰ জিলা কেইখনৰ বাবে থকা স্কুল কেইখন তেজপুৰ চৰকাৰী হাইস্কুল, ধুবুৰী হাইস্কুল, বৰপেটা হাইস্কুল, গুৱাহাটী চৰকাৰী হাইস্কুল, গুৱাহাটী সোনাৰাম ইনষ্টিটিউচন, ডিব্ৰুগড় হাইস্কুল. নগাওঁ হাইস্কুল, গোলাঘাট বেজবৰুৱা হাইস্কুল, যোৰহাট বেজবৰুৱা হাইস্কুল, যোৰহাট হাইস্কুল, শিৱসাগৰ বেজবৰুৱা হাইস্কুল, শিৱসাগৰ চৰকাৰী হাইস্কুল। সেই সময়ত বৃহত্তৰ অসমৰ আন আন স্কুলসমূহ হল শিলচৰ চৰকাৰী হাইস্কুল, চেলা হাইস্কুল, ছিলং চৰকাৰী হাইস্কুল, হবিগঞ্জ হাইস্কুল, সুনামগঞ্জ জুবিলি স্কুল, ছিলেট চৰকাৰী হাইস্কুল, কৰিমগঞ্জ হাইস্কুল, চিলেট মৌলবী বাজাৰ হাইস্কুল, চিলেট মুৰাৰীচাদ কলেজিয়েট স্কুল, চিলেট নেচনেল ইনষ্টিটিউচন।

# ৫. উচ্চ শিক্ষা

## কলিকতা

কালিৰাম মেধিয়ে এণ্ট্ৰেন্স পৰীক্ষাত প্ৰথম বিভাগত কুৰি টকীয়া বৃত্তি লাভ কৰি উত্তীৰ্ণ হ'লত ঘৰত সকলোটিৰে মহা আনন্দ। পিতৃ ভুকলি মেধি মাতৃ সোণতৰাতকৈও আনন্দ বেছি জেঠাক ধৰম মেধিৰ। ধৰম মেধিৰ ভতিজাকৰ ওপৰত পৰম আস্থা। সেই আস্থা-বিশ্বাস আৰু দৃঢ় হ'ল। তেওঁ দেখিলে ভতিজাকে তেওঁৰ আশা পূৰণ কৰিব। আৰু মণ্ডলৰ ওপৰত কৰা জেদ পূৰ্ণ কৰিব পাৰিব। তেওঁৰ সপোন ভতিজাক হাকিম হবই হব।

এদিন ভাল দিন বাৰ চাই উচ্চ শিক্ষাৰ বাবে কলিকতালৈ যোৱাৰ ঠিক কৰিলে। অসমত তেতিয়ালৈকে কলেজ স্থাপন হোৱা নাই। বগৰীবাৰী সত্ৰত সেৱা এটি কৰি এদিন ভাৰে ভেটিয়ে আনি গুৱাহাটীত জাহাজত তুলি দিলে। তেতিয়াৰ দিনত কলিকতালৈ জাহাজেৰে যোৱাৰ বাহিৰে আৰু উপায় নাই। সিদিনা গাওঁবাসীবো চকু পৰিল কালিৰাম মেধি ওৰফে কালিয়াৰ ওপৰত। কালিয়া সচাকৈয়ে বুধিয়ক লৰা। গুৱাহাটী চৰকাৰী হাইস্কুলৰ পৰা দ্বিতীয় বিভাগত এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হোৱা দানপতি দাসো ৰামদিয়া গাৱঁৰে। কালিৰাম মেধি আৰু দানপতি দাস ৰামদিয়া গাৱঁৰ প্ৰথম এণ্ট্ৰেন্স পাচ কৰা ছাত্ৰ।

গুৱাহাটীৰ পৰা জাহাজেৰে গোৱালণ্ডলৈ যাব লাগিছিল। গোৱালণ্ডৰ পৰা ট্ৰেইনেৰে কলিকতালৈ। আন এটা পথ কাওনিয়াদি। কাওনিয়াদি গলে তিনিটা নদী পাৰ হব লাগে ধৰ্লা, পদ্মা আৰু তিস্তা। এইপথ কিছু কষ্টকৰ। কিন্তু এদিন আগতে কলিকতা পোৱা যায়।

গুৱাহাটী আৰু গোৱালণ্ডৰ মাজত দূৰত্ব ৩৩৩½ মাইল। গোৱালণ্ডৰ পৰা ধুবুৰীলৈ আৰ এছ. এন. আৰু আই. জি. এন. কোম্পানীৰ জাহাজ চলিছিল। ১৮৬১ খৃঃ ৰ পৰা এনেদৰে নিয়মীয়া ভাবে জাহাজ চলিছিল। প্ৰথমতে কলিকতালৈ অহাযোৱা কৰিছিল নাৱেৰে। আনন্দৰাম ঢেকিয়াল ফুকনে কলিকতালৈ পঢ়িবলৈ গৈছিল নাৱেৰে। গুৱাহাটী আৰু কলিকতাৰ মাজত জাহাজ চলিছিল ১৮৪৭ খৃঃ ৰ পৰা। এই ব্যৱস্থা নিয়মীয়া নাছিল। নিয়মীয়া চলাচল হল ১৮৬১ খৃঃ ৰ পৰা।

কালিৰাম মেধি কলিকতালৈ পঢ়িব যোৱা সময়ত ( ১৮৯৭ খৃঃ ) জাহাজৰ ভাৰা তৃতীয়

শ্ৰেণী ১০৵০ অনা। জাহাজত খোৱা বোৱা কৰিলে ১ম শ্ৰেণীৰ যাত্ৰী প্ৰতিদিনে ৪ টকা ২য় আৰু ৩য় শ্ৰেণী ২ টকা আৰু মুছলমান যাত্ৰী মাত্ৰ ।০ চাৰি অনাকৈ দিব লাগে।[১২]

১৮৯৭ খৃঃ ৰ জুন মাহতে অসমত প্ৰলয়ঙ্কাৰি ভূইকঁপ হয়। এই ভূইকঁপে অসমৰ বহুতো চহৰৰ ক্ষতি কৰে। গুৱাহাটীৰো কেচাৰি ঘৰ, গীৰ্জা ঘৰ আদিৰ ক্ষতি কৰিছিল।

জাহাজত এটা নিয়ম আছিল অসমলৈ আহিবলৈ হলে কলিকতাত টিকট নিকিনিলে ১০ টকা বেছি ভৰিব লাগে—"আসাম গমন কৰিতে কলিকাতা হইতে টিকিট গ্ৰহণ না কৰিলে শতকৰা ১০ টাকা অধিক ভাৰা দিতে হয়।"[১২]

উক্ত ভাৰাৰ নিৰিখ ১৮৮০ খৃঃৰহে। ১৮৯৭ খৃঃত ই সাল-সলনি হব পাৰে।

মেধিয়ে গুৱাহাটীৰ পৰা জাহাজেৰে গোৱালগুলৈ গৈছিল। তাৰপৰা ৰেলেৰে ৰাতি গৈ ৰাতিপুৱা কলিকতা পাইছিল। গুৱাহাটীৰ পৰা কলিকতা পাবলৈ তিনি দিন লাগিছিল। কলিকতাত তেতিয়া মটৰ গাড়ীৰ প্ৰচলন হোৱা নাই। শিয়ালদহ ষ্টেচনৰ পৰা গন্তব্যস্থানলৈ যাব লাগিছিল ঘোঁৰা গাড়ী বা টাঙ্গাৰে।

পূৰ্বৰে পৰা কলিকতাত পঢ়া অসমীয়া ছাত্ৰসকলে অত-তত মেচ পাতি নাইবা দুই একে হোটেলত বাস কৰিছিল। নকৈ যোৱা ছাত্ৰসকলে পুৰণি ছাত্ৰসকলক আশ্ৰয় কৰিয়ে কলিকতাত থিতাপি লয়হি। কলেজৰ ছাত্ৰাবাসত থাকি পঢ়া ছাত্ৰৰ সংখ্যা কম। সম্ভৱতঃ খৰছ বেছি কাৰণে।

তৰুণৰাম ফুকন প্ৰেচিডেন্সী কলেজৰ দ্বিতীয় বাৰ্ষিকৰ ছাত্ৰ। তেওঁ প্ৰেচিডেন্সী কলেজৰ ইডেন হিন্দু হোষ্টেলত বাস কৰিছিল। নবীনচন্দ্ৰ বৰদলৈ পঢ়িছিল চেণ্ট জেভিয়াৰ্চ কলেজত। প্ৰবোধ বৰদলৈ, নবীনচন্দ্ৰ বৰদলৈ আৰু তেওঁলোকৰ সম্পৰ্কীয় লৰাবিলাকে এটা

---

১২. গোৱালণ্ড আৰু গুৱাহাটীৰ দূৰত্ব ৩৩৩½ মাইল

ভাৰা গোৱালগুলৈ

| | কেবিন | ১ম শ্ৰেণী | ২য় শ্ৰেণী | ৩য় শ্ৰেণী |
|---|---|---|---|---|
| ডিব্ৰুগড় | ১৪০ | ৭৫৸০ | ২৯।৵০ | ১৭।০ |
| কোকিলামুখ | ১২৫৸৶০ | ৬৮ | ২৬।/০ | ১৫॥০ |
| বিশ্বনাথ | ১০৯॥৶০ | ৫৯॥০ | ২২৸৶০ | ১৩॥০ |
| তেজপুৰ | ১০৪॥৶০ | ৫৬।৵০ | ২১৸৵০ | ১১৸৵০ |
| মঙ্গলদৈ | ৮৯।০ | ৪৮।০ | ১৮॥৵০ | ১১ |
| গুৱাহাটী | ৮২॥০ | ৪৪॥০ | ১৭।০ | ১০৵০ |
| গোৱালপাৰা | ৬৩ | ৩৪ | ১৩৵০ | ৭৸০ |
| ধুবুৰী | ৫০৸৵০ | ২৭॥০ | ১০॥৵০ | ৬।০ |

উদাসীন সত্য বাবাৰ আসাম ভ্ৰমণ, পণ্ডিত ৰাম কুমাৰ বিদ্যাৰত্ন প্ৰণীত, ১৮৮০।

মেচত বাস কৰিছিল। কিছুমান ছাত্ৰ হেৰিচন ৰোডৰ এলবাৰ্ট হোটেলত বাস কৰিছিল।

বিষ্ণুপ্ৰসাদ দুৱৰা, ৰাধানাথ ফুকন, লক্ষ্মীনাথ শৰ্মা প্ৰভৃতি এম. এ. মহলাৰ ছাত্ৰ। তেওঁলোকে ৮নং পটলডাঙ্গা ষ্ট্ৰীটত ৬৪ টকাত এটি ঘৰ ভাৰা লৈ অসমীয়া লৰাৰ মেচ পাতিলে। অত তত থকা অসমীয়া ছাত্ৰসকল আহি এক গোট হ'ল। জগন্নাথ বুজৰবৰুৱাই তেওঁৰ আত্মজীৱনীত সেই মেচৰ এক মনোৰম বৰ্ণনা দিছে—"এইদৰে আসামৰ নতুন আৰু পুৰণা লৰা কিছুমান গোট খোৱাত শ্ৰীযুত বিষ্ণুপ্ৰসাদ দুৱৰা (বৰ্তমান অবসৰ পোৱা ই. এ চি.) প্ৰভৃতি কিছুমান পুৰণা লৰাই গোট খাই ৮ নং পটলডাঙ্গা ষ্ট্ৰীটত মাহে ৬৪ টকা ভাৰাত এটা তেতালা ঘৰ ঠিক কৰি এটা মেছ খুলিলে। আমাৰ নিচিনা অস্থায়ীভাবে হোটেলে হোটেলে থকা লৰাবোৰ গৈ তাতে থকা কৰিলোঁ। এই মেচত গোলাঘাটৰ টঙ্কেশ্বৰ চলিহা, বিষ্ণু দুৱৰা, কমলা বৰুৱা, শিবসাগৰৰ শ্ৰীনাথ বৰুৱা, সূৰ্য্য বৰুৱা, তেওঁৰ ভায়েক ঘন বৰুৱা, উপেন শৰ্মা, ৰমেশ ৰাজখোৱা, ৰামদেৱ গোস্বামী, তেজপুৰৰ ৰমণী দাস, চন্দ্ৰহংস দাস, জোৰহাটৰ ৰাধা ফুকন, লক্ষ্মীনাথ শৰ্মা কামৰূপৰ দানপতী আৰু মই আছিলোঁ। ৰাধা ফুকন আৰু লক্ষ্মীনাথ শৰ্মাই ঘৰৰ পৰা এটা ৰান্ধনী বামুনৰ লৰা লৈ গৈছিল আৰু তেওঁলোক দুজনে ৰীতিমতে সন্ধ্যা আহ্নিক কৰি থাকি বেলেগে খোৱা কৰিছিল। তেওঁলোক দুজন আৰু বিষ্ণু দুৱৰা তেতিয়া এম এ ক্লাচত পঢ়িছিল।

কালিৰাম মেধি আৰু সভাৰাম দাস দুয়ো স্কুলৰে পৰা অন্তৰঙ্গ বন্ধু। দুয়ো বাস কৰিছিল ১০৭ নং আমহাৰ্ষ্ট ষ্ট্ৰীটৰ এটা বঙালী মেছত। নগাৱৰ ঘনকান্ত গোস্বামী আন এটা বঙালী মেছত বাস কৰিছিল।

কমল কাকতী আৰু যোগেন্দ্ৰনাথ বৰুৱা বাস কৰিছিল আন এটা মেছত। হৰিকৃষ্ণ দাস মেডিকেল কলেজৰ ছাত্ৰ। তেওঁ বাস কৰিছিল ১০৭ নং হেৰিচন ৰোডৰ এটা মেছত। জগন্নাথ বুজৰবৰুৱা দ্বিতীয় বছৰ সেই মেছতে বাস কৰিছিল।

প্ৰেচিডেন্সী কলেজ কলিকতাৰ এখন পুৰণি কলেজ। ১৮৫৫ খৃঃৰ ১৫ জুনত প্ৰেচিডেন্সী কলেজ স্থাপন কৰা হয়। প্ৰথমতে কলেজখন আছিল বঙ্গদেশৰ শিক্ষা বিভাগৰ অধিকৰ্তাৰ অধীনত। প্ৰেচিডেন্সী কলেজৰ ভৰ্তি মাচুল ১০ টকা আৰু মাহিলী মাচুল ১২ টকা। সেইবাবে ধনী মানুহৰ লৰাৰ বাহিৰে আন লৰা এইখন কলেজত পঢ়াটো টান।

চেণ্ট জেভিয়াৰ্চ কলেজৰ সৰহভাগ শিক্ষক বিদেশী চাহাব। অধ্যক্ষজনক ৰেক্টৰ কোৱা হয়। এইখন কলেজ ১৮৬০ খৃঃ স্থাপন কৰা। এইখন কলেজৰ মাচুল ৬ টকা।

জগন্নাথ বুজৰবৰুৱা, টকেশ্বৰ চলিহা, সূৰ্য্য বৰুৱা, ঘন বৰুৱা, কমল কাকতী প্ৰভৃতি চেণ্ট জেভিয়াৰ্চ কলেজৰ ছাত্ৰ।

চিটি কলেজ, ৰিপন কলেজ আদিৰ মাচুল ৩ টকা। সেয়েহে সৰহ ভাগ ছাত্ৰ চিটি কলেজ, ৰিপন কলেজ আদিত পঢ়িছিল। কালিৰাম মেধি চিটি কলেজতে পঢ়িছিল। উক্ত কলেজৰ পৰাই ১৮৯৯ খৃঃত প্ৰথম বিভাগত এফ. এ. আৰু ১৯০২ খৃঃত পদাৰ্থ বিজ্ঞান আৰু ৰসায়নত দ্বিতীয় শ্ৰেণীত অনাৰ্চ লাভ কৰি বি. এ. পাচ কৰিছিল।

## চিটি কলেজ

চিটি কলেজ প্ৰথমতে চিটি স্কুল স্বৰূপে ১৮৭৯ খৃঃৰ জানুৱাৰী মাহত স্থাপন কৰা হয়। কিন্তু ইয়াক অকল স্কুল পৰ্য্যায়তে নাৰাখি ১৮৮১ খৃঃৰ জানুৱাৰীৰ পৰা এফ. এ. শ্ৰেণী খোলা হয়। বি এ শ্ৰেণী আৰম্ভ হয় ১৮৮৪ খৃঃৰ জানুৱাৰী মাহৰ পৰা। কলেজখনত কলেজীয়া পাঠ্যক্ৰমৰ উপৰিও আন আন বিষয়ৰ ওপৰতো গুৰুত্ব আৰোপ কৰা হৈছিল।[১২]

চিটি কলেজিয়েট স্কুলৰ শাখা মৈমনচিং আৰু কলিকতাৰ শোভাবজাৰ অঞ্চলতো স্থাপন কৰা হয়। চিটি কলেজৰ বি. এ. শ্ৰেণীৰ ভৰ্তি মাচুল আৰু মাহিলী মাচুল ৪ টকা আৰু এফ. এ শ্ৰেণীৰ ৩ টকা।

মেধি চিটি কলেজত পঢ়া সময়ত কলেজৰ অধ্যক্ষ উমাচৰণ দত্ত। ইংৰাজী বিভাগৰ অধ্যাপক বি চি ঘোষ, লালগোপাল চক্ৰবৰ্ত্তী, কালি প্ৰসন্ন বেনাৰ্জী, মোতিলাল চেটাৰ্জী আৰু হৰেন্দ্ৰ কুমাৰ মুখাৰ্জী। ৰসায়ন আৰু পদাৰ্থ বিজ্ঞানৰ ৰাজেন্দ্ৰনাথ চেটাৰ্জী, কৃষ্ণপ্ৰসাদ দে, কালি প্ৰসন্ন চক্ৰবৰ্ত্তী, কুঞ্জবিহাৰী ভট্টাচাৰ্য্য। অঙ্ক বিভাগত মহেন্দ্ৰ নাথ ৰায়, কুঞ্জবিহাৰী বল্লভ, কালি প্ৰসন্ন চেটাৰ্জী। দৰ্শনৰ অধ্যাপক অম্বিকা চৰণ মিত্ৰ, হৰেন্দ্ৰ কুমাৰ মুখাৰ্জী লালগোপাল চক্ৰবৰ্ত্তী। সংস্কৃতৰ ৰবোদাকান্ত বিদ্যাৰত্ন, উপেন্দ্ৰনাথ বিদ্যাভূষণ, ভূতনাথ বিদ্যাৰত্ন আৰু বুৰঞ্জীৰ উমেশ চন্দ্ৰ দত্ত, কে কে মিত্ৰ, হৰেন্দ্ৰ কুমাৰ মুখাৰ্জী। সেই সময়ত একোজন অধ্যাপকে একাধিক বিষয় পঢ়ুৱাইছিল।

---

১২. Particular attention is paid to the moral training of the students, and special classes are held in Gymnastics Drawing, Music and Science All the classes are open to the students of the institution without any extra payment

The University of Calcutta, The Calender for the Year 1898

**কলিকতা বিশ্ববিদ্যালয়** ॥

১৮৫৭ খৃঃত কলিকতা বিশ্ববিদ্যালয়ৰ শুভাৰম্ভ। সেই বছৰতে আৰু দুটি বিশ্ববিদ্যালয় গঢ়ি উঠিছিল মাদ্রাজ আৰু বোম্বে মহানগৰীত। ১৮৮৭ খৃঃত এলাহাবাদত ভাৰতবৰ্ষৰ চতুৰ্থ বিশ্ববিদ্যালয় স্থাপন কৰা হয়।

বিশ্ববিদ্যালয় স্থাপন হোৱাৰ পূৰ্বে শিক্ষা ব্যৱস্থা পৰিচালনাৰ দায়িত্ব বহন কৰিছিল জেনেৰেল কমিটি অব পাবলিক ইনষ্ট্ৰাকচনে। ১৮২৩ খৃঃত স্থাপন কৰা জেনেৰেল কমিটি অব পাবলিক ইনষ্ট্ৰাকচনৰ মুখ্য উদ্দেশ্য ভাৰতৰ শিক্ষা ব্যৱস্থাৰ উন্নতি সাধন আৰু সেই বিষয়ে চৰকাৰক দিহা পৰামৰ্শ দান কৰা। ১৮৩৫ খৃঃৰ পৰা লৰ্ড উইলিয়ম কেভেণ্ডিচ বেণ্টিঙ্ক গবৰ্ণৰ জেনেৰেলৰ দিনতে ইংৰাজীৰ যোগেৰে উচ্চ শিক্ষাৰ ব্যৱস্থা গ্ৰহণ কৰা হয়। গবৰ্ণৰ জেনেৰেলৰ কাউন্সিলৰ সদস্য আৰু কমিটি অব্ পাবলিক ইনষ্ট্ৰাকচনৰ সভাপতি লৰ্ড মেকলে আছিল পাশ্চাত্য ইংৰাজী শিক্ষা প্ৰচলনৰ ঘাই হোতা স্বৰূপ।

১৮৪২ খৃঃত জেনেৰেল কমিটি অব্ পাবলিক ইনষ্ট্ৰাকচন ভাঙি তাৰ ঠাইত স্থাপন কৰা হয় কাউন্সিল অব এডুকেশন। প্ৰকৃততে স্কুল-কলেজৰ শিক্ষাৰ ভাৰ আছিল এই কাউন্সিল অব্ এডুকেচনৰ ওপৰত। ইতিপূৰ্বে কলিকতাত ১৮১৬ খৃঃত হিন্দু কলেজ আৰু ১৮৩৫ খৃঃত কলিকতা মেডিকেল কলেজ স্থাপন কৰা হয়।

আনন্দৰাম ঢেকিয়াল ফুকন, প্ৰিয়লাল বৰুৱা প্ৰভৃতি কলিকতা হিন্দু কলেজত পঢ়া ছাত্ৰ। প্ৰিয়লাল বৰুৱা উজনি অসমৰ স্কুলসমূহৰ প্ৰথম ডেপুটি ইন্সপেক্টৰ অব স্কুলচ। তেওঁ কনকলাল বৰুৱাৰ বৰদেউতাক।

সেই সময়ত "হিন্দু কলেজৰ মাহিলী মাচুল ৫ টকা। হিন্দু কলেজৰ তিনিটা ভাগ—জুনিয়ৰ, চিনিয়ৰ আৰু কলেজ। প্ৰথমতে জুনিয়ৰ বিভাগত ছাত্ৰ প্ৰবেশ কৰে। কিছু ভাল হলেই চিনিয়ৰ বিভাগলৈ যায়। তাত 'জুনিয়ৰ স্কলাৰচিপ' বৃত্তিৰ পৰীক্ষা দিয়াৰ পাচত কলেজ বিভাগলৈ যায় আৰু তাত চিনিয়ৰ বৃত্তিৰ পৰীক্ষা দিয়ে।"[১৪]

তেতিয়া ভাৰতবৰ্ষত বিশ্ববিদ্যালয় স্থাপনৰ আৱশ্যকতাৰ কথা বাৰুকৈয়ে অনুভব কৰা হৈছিল। প্ৰয়োজন অনুভব কৰিয়ে ভাৰতবৰ্ষৰ তিনিটা বিশ্ববিদ্যালয় জন্মলাভ কৰিছিল। কলিকতা বিশ্ববিদ্যালয় আইনখন ১৮৫৭ খৃঃৰ ২৪ জানুৱাৰীত গৃহীত হয় আৰু ১৮৫৭ খৃঃৰ ২১ নবেম্বৰত প্ৰকৃততে কলিকতা বিশ্ববিদ্যালয়ৰ চিণ্ডিকেট সভা গঠিত হয়। কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰথম আচাৰ্য্য (Chancellor) ভাৰতবৰ্ষৰ গবৰ্ণৰ জেনেৰেল লৰ্ড চাৰ্লচ জোন কেনিং। লৰ্ড কেনিং প্ৰথম ভাইচৰয়। উপাচাৰ্য্য কলিকতা উচ্চতম ন্যায়ালয়ৰ মুখ্য

---

১৪. আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ—গুণাভিৰাম বৰুৱা।

ন্যায়াধীশ চাৰ জেমচ উইলিয়ম কলভিল। চাৰ কলভিল কাউন্সিল অব এডুকেচনৰ ভূতপূৰ্ব সভাপতি। কলিকতা বিশ্ববিদ্যালয়ৰ চিণ্ডিকেটৰ প্ৰথম অধিবেশন অনুষ্ঠিত হয় ১৮৫৮ খৃঃৰ ৩০ জানুৱাৰীত।[১৫]

১৮৫৭ খৃঃতে ভাৰত ব্যাপি হয় চিপাহী বিদ্ৰোহ। ইপিনে ইংৰাজে বিশ্ববিদ্যালয় স্থাপন কৰি বিচাৰিছে ভাৰতবাসীক প্ৰকৃত পাশ্চাত্য শিক্ষা দিবলৈ। আনপিনে সেইটো বছৰতে বিচাৰিছে ইংৰাজৰ শাসন ওফৰাবলৈ। কলিকতা সেই সময়ত ভাৰতবৰ্ষৰ ৰাজধানী।

কলিকতা বিশ্ববিদ্যালয়ৰ ফেলোসকলৰ ভিতৰত সৰহ ভাগেই ইংৰাজ আৰু উচ্চপদস্থ চৰকাৰী বিষয়া।

প্ৰিন্স গোলাম মহম্মদ, প্ৰসন্নকুমাৰ ঠাকুৰ, ৰমাপ্ৰসাদ ৰায়, মৌলবী মোহম্মদ ওৱাজি, ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰ আৰু ৰাম গোপাল ঘোষ দেশীয় সদস্য।[১৫]

পৰীক্ষা গ্ৰহণ, পৰীক্ষাত উত্তীৰ্ণ ছাত্ৰক উপাধি প্ৰদান আৰু শিক্ষানুষ্ঠান স্বীকৃতি দিয়াই আছিল আদিতে কলিকতা বিশ্ববিদ্যালয়ৰ ঘাই কাম। প্ৰথম অৱস্থাত বিশ্ববিদ্যালয়ত শিক্ষাদানৰ ব্যৱস্থা নাছিল।[১৫]

কলিকতা বিশ্ববিদ্যালয়ৰ প্ৰথম এণ্ট্ৰেন্স পৰীক্ষা অনুষ্ঠিত হয় ১৮৫৭ খৃঃৰ এপ্ৰিল মাহত। এণ্ট্ৰেন্স পৰীক্ষাৰ বাবে ইংৰাজী ভাষা আদিৰে পৰা বাধ্যতামূলক। গ্ৰীক, লেটিন, হিব্ৰু, আৰবী, ফাৰ্চী, সংস্কৃত, বঙলা, উৰ্দ্দু আৰু হিন্দী ভাষাৰ ভিতৰত যিকোনো এটা ভাষা। পিছত উৰীয়া আৰু বাৰ্মিজ ভাষাও অন্তৰ্ভুক্ত কৰা হৈছিল। ১৮৩৫ খৃঃৰ পৰা অসমৰ পঢ়াশালী আৰু আদালতৰ ভাষা আছিল বঙলা। গতিকে অসমীয়া ভাষাই তেতিয়া কলিকতা বিশ্ববিদ্যালয়ত স্থান পোৱা নাছিল।[১৫]

১৮৫৭ খৃঃত এণ্ট্ৰেন্স পৰীক্ষাৰ মাচুল ৫ টকা। পৰীক্ষাৰ্থীৰ সংখ্যা ২৪৪ জন। ইয়াৰ ভিতৰত ১১৫ জন প্ৰথম বিভাগত আৰু ৪৭ জন দ্বিতীয় বিভাগত উত্তীৰ্ণ হৈছিল। ১৫ জন পৰীক্ষাৰ্থী পৰীক্ষা দিয়া নাছিল। প্ৰথম পৰীক্ষাত শতকৰা ৫০ নম্বৰৰ ওপৰ পালে প্ৰথম বিভাগ আৰু ৫০ আৰু ২৫ নম্বৰৰ ভিতৰত হলে দ্বিতীয় বিভাগ। ৬ এপ্ৰিলত আৰম্ভ হৈ ১৩ এপ্ৰিলত পৰীক্ষা শেষ হয়। আৰু ফলাফল ঘোষণা কৰা হয় ২ মেইত। বঙ্কিমচন্দ্ৰ চেটাৰ্জী আৰু যদুনাথ বসু ১৮৫৭ খৃঃত প্ৰথম বিভাগত এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হোৱা পৰীক্ষাৰ্থী।[১৬]

এণ্ট্ৰেন্স মহলাৰ ইংৰাজী পাঠ্যপুথি গোল্ডস্মিথৰ Vicar of Wakefield, জনচনৰ Vanity of Human Wishes, পাৰনেলৰ The Hermit. বঙলা পাঠ্যপুথি 'ৰাজা কৃষ্ণচন্দ্ৰ ৰায়ৰ জীৱনী' আৰু 'ৰামায়ণ'।

---

১৫. সুবৰ্ণলেখা আধুনিক ভাৰতীয় ভাষা বিভাগৰ প্ৰথম পচিশ বছৰৰ—যতীন্দ্ৰমোহন ভট্টাচাৰ্য্য।



বহি—সোণতৰা, শ্ৰীমান দীপ, গধুলী-বাই

থিয়হৈ—সুৰেন মেধি, সুভদ্ৰ মেধি

প্রথমতে পৰীক্ষা পৰিচালনাৰ বাবে এটা অস্থায়ী কমিটি গঠন কৰিছিল। সমিতিয়ে পৰীক্ষাৰ্থীৰ বয়স নিৰ্দ্ধাৰণ কৰিছিল ১৬ বছৰ। ১৬ বছৰ নহলে পৰীক্ষা দিব নোৱাৰিছিল। পৰীক্ষকৰ বাবে মাননী ৩০০ টকা। কিন্তু দেশীয় ভাষাৰ পৰীক্ষকৰ বাবে ১৫০ টকা। ১৮৫৭ খৃঃৰ বাবে সকলো পৰীক্ষকৰ মাননী ৩০০ টকাকৈ ধাৰ্য্য কৰিছিল।[১৬]

কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত প্ৰথম বি এ পৰীক্ষা হয় ১৮৫৮ খৃঃত। বিশ্ববিদ্যালয়ে নিয়ম বান্ধি দিয়ে যে এণ্ট্ৰেন্স পাচ কৰাৰ ৪ বছৰ পিছতহে বি এ পৰীক্ষাৰ প্ৰাৰ্থী হব পাৰিব। তেতিয়া হলে ১৮৬১ খৃঃৰ আগলৈকে বি এ পৰীক্ষা হব নোৱাৰে। সেইবাবে প্ৰথম তিনিবছৰৰ বাবে এই ব্যৱস্থা শিথিল কৰি দিয়ে। বোম্বে আৰু মাদ্ৰাজ বিশ্ববিদ্যালয়ৰ পৰা প্ৰবেশিকা পাচ কৰা পৰীক্ষাৰ্থীয়ে কলিকতা বিশ্ববিদ্যালয়ত বি এ দিব পাৰিব।

১৮৫৮ খৃঃৰ ৫ এপ্ৰিলৰ পৰা প্ৰথম বি এ পৰীক্ষা অনুষ্ঠিত হয়। এণ্ট্ৰেন্স পৰীক্ষাৰ দৰে বি এ পৰীক্ষাৰো ভাষা দুটা, প্ৰধান আৰু বাধ্যতামূলক ভাষা ইংৰাজী। গ্ৰীক, লেটিন, হিব্ৰু, আৰবী, ফাৰ্চী, সংস্কৃত, বঙলা, হিন্দী, উৰ্দু, উৰীয়া, বাৰ্মিজ ভাষাৰ যি কোনো এটা ভাষা। বি এ পৰীক্ষাৰ মাচুল ২০ টকা। প্ৰত্যেকে পৰীক্ষকৰ মাননী ৬০০ টকা। কলিকতা বি এ পৰীক্ষাৰ একমাত্ৰ কেন্দ্ৰ। ১৮৫৮ খৃঃত পৰীক্ষাৰ্থীৰ সংখ্যা ১৩ জন।[১৬]

ইয়াৰে তিনিজনৰ পৰীক্ষা দিয়া নহল। ১০ জন পৰীক্ষাৰ্থীৰ মাজত উত্তীৰ্ণ হয় মাত্ৰ ২ জন—বঙ্কিমচন্দ্ৰ চেটাৰ্জী আৰু যদুনাথ বসু। উত্তীৰ্ণ হোৱা পৰীক্ষাৰ্থীৰ দুজনেও ছয়টি বিষয়ৰ ভিতৰত পাচটিতহে উত্তীৰ্ণ হৈছিল। এটা বিষয়ত ৭ নম্বৰ কম আছিল। পিছত সেই ৭ নম্বৰ অনুগ্ৰহ কৰি প্ৰথমবাৰৰ বাবে দুয়োকে দ্বিতীয় বিভাগত উত্তীৰ্ণ কৰি দিয়ে। পৰীক্ষাৰ ফলাফল ঘোষণা কৰে ১৯ এপ্ৰিলত। দুয়োজন প্ৰেচিডেন্সী কলেজৰ পৰা উত্তীৰ্ণ হৈছিল।

বি এ শ্ৰেণীৰ ইংৰাজী পাঠ্যপুথি মিল্টনৰ Paradise Lost, পোপৰ Essays on Criticism, গ্ৰেৰ As Contained in Richardson's, ডেফো History of the Plague, মেকলেৰ Essays আৰু বঙলা পাঠ্য 'প্ৰবোধ চন্দ্ৰিকা' আৰু 'ৰামায়ণ'।

১৮৬০ খৃঃৰ পৰাহে কলিকতা বিশ্ববিদ্যালয়ে এণ্ট্ৰেন্স আৰু বি এ পৰীক্ষাৰ মাজত এল এ পৰীক্ষা প্ৰবৰ্ত্তন কৰিছিল। এল এ পিছত এফ এ (First Art) নামলৈ পৰিবৰ্ত্তন কৰা হয়। পিছত আকৌ এফ এ-ৰ ঠাই আই. এ. (Intermediate Art) আৰু ১৯০৯ খৃঃৰ পিছত এণ্ট্ৰেন্সৰ ঠাইত হল প্ৰবেশিকা (Matriculation).

---

১৬. উক্ত গ্ৰন্থ।

কালিৰাম মেধি কলিকতাত উচ্চ শিক্ষা লাভ কৰা কালছোৱাত অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ বেলি লহিয়াইছে। 'জোনাকী' আৰু 'বিজুলী' অস্তমিত। অৱশ্যে তেওঁ কলিকতাত পঢি থকা সময়তে দ্বিতীয় খণ্ড 'জোনাকী' গুৱাহাটীৰ পৰা সত্যনাথ বৰাৰ সম্পাদনাত প্ৰকাশ হৈছিল।

কালিৰাম মেধিৰ ছাত্ৰাৱস্থাত আন একো বিশেষ ভূমিকা নাই। তেতিয়াৰ মেধিজন পাঠ্যপুথিৰ মাজত মূৰ গুজি থকা এজন মেধাবী ছাত্ৰ। পঢাৰ বাহিৰে আন একো বিশেষ খবৰো নাৰাখিছিল। অসমীয়া ভাষা উন্নতি সাধিনী সভা নাইবা 'জোনাকী-বিজুলী'ত আগভাগ লোৱা বাবে বহুতো মেধাবী ছাত্ৰৰ পঢাত ক্ষতি হৈছিল। বহুজনে বৃত্তি হেৰুৱাই শিক্ষাৰ সামৰণি মাৰিব লগা হৈছিল।

আনহাতে সেইচাম ছাত্ৰই নিজৰ ক্ষয়-ক্ষতি কৰিও সেই সময়ত ভাষা সাহিত্যৰ গুৰি নধৰা হেঁতেন অসমীয়া সাহিত্যই আজিৰ এই অৱস্থা পাবলৈ আৰু ভালেমান বছৰ লাগিল হেঁতেন।

সেই সময়ৰ কলিকতা চহৰৰ এটা বৰ্ণনা দি জগন্নাথ বুজৰবৰুৱাই লিখিছে—"আমি কলিকতাত থকা সময়ত হৰিচন ৰোড আৰু হাওৰাৰ পুলক বাদে আন ঠাইত বিজুলী বাটা নাছিল। ইলেকট্ৰীক ট্ৰামো নাছিল আৰু মটৰ কাৰো নাছিল। কেৱল এজন বৰ ধনী মাৰোৱাৰী মানুহে দহ হাজাৰ টকাৰে ১৮৯৯ চনত এখন মটৰ কাৰ প্ৰথমতে কলিকতালৈ আনিছিল। সেইখন চাবলৈ যে কিমান মানুহ গোট খাইছিল তাৰ সংখ্যা নাই।"

তেওঁ আৰু লিখিছে "সেণ্ট জেভিয়াছ কলেজত নাম লেখি এটা বিপদত পৰিলোঁ। কাৰণ বৃত্তিৰ পৰা ৬ টকাকৈ মাচুল কাটি নিয়ে, তাক বাজে আমাৰ মেচৰ পৰা আকৌ ৩।৪ মাইল মান দূৰ। এইবাবে ঘোঁৰাৰ ট্ৰামেৰে যোৱাত মাহে আৰু ৩ টকা মান খৰচ পৰিছিল। এইবাবে পয়ছাৰ অনাটনত পিছত গৈ বাট চিনা হোৱাত উভতি আহোতে কলেজৰ পৰা খোজ কাটি আহিছিলোঁ। ২০ টকাৰ পৰা ৯ টকা বাদ দি যি ১১ টকা থাকে তাৰে মেছৰ খৰছকে দিব নোৱাৰিছিলোঁ।"

এনেভাবে অসমীয়া ছাত্ৰসকলে নানান অভাৱ অভিযোগৰ মাজেৰে কলেজীয়া শিক্ষা লাভ কৰিছিল।

এফ এ পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ হৈ কালিৰাম মেধিয়ে পুনৰ চিটি কলেজতে বি এ পঢিছিল। এফ এ পৰীক্ষাত সুকলমে প্ৰথম বিভাগত উত্তীৰ্ণ হোৱা বাবে পুনৰ তেওঁ কুৰি টকীয়া বৃত্তি লাভ কৰিছিল।

কালিৰাম মেধিয়ে বি এ পঢিছিল যদিও বিজ্ঞান শাখাহে পঢিছিল। তেতিয়াৰ

দিনত বি এ গ্ৰুপ এ. আৰু বি এ গ্ৰুপ বি। ইংৰাজী দুয়োটা গ্ৰুপতে বাধ্যতামূলক।[১৭]

মেধিয়ে বি এ গ্ৰুপ বি লৈ ইংৰাজীৰ উপৰি অংক আৰু পদাৰ্থ বিজ্ঞান আৰু ৰসায়ন লৈছিল। তেতিয়াৰ দিনত পদাৰ্থ বিজ্ঞান আৰু ৰসায়ন বি এ শ্ৰেণীত এটা বিষয়। মেধিয়ে পদাৰ্থ বিজ্ঞান ৰসায়নত ( Physics and Chemistry ) অনাৰ্চ লৈছিল।

বি এ শ্ৰেণীৰ ইংৰাজী পাঠ্যপুথি ছেক্সপিয়েৰৰ As You Like It, মিল্টনৰ Paradise Lost, টেনিচনৰ Lyrical Poems, বাৰ্কৰ Speech on American Taxation আৰু Life of Milton

অংক বিষয়ৰ পাঠ্যপুথি Elements of Statics and Dynamics (Loney), Hydrostatics (Greevension), Elements of Astronomy (Parker).

পদাৰ্থ বিজ্ঞান—ৰসায়ন অনাচৰ পাঠ্যপুথি ভালে কেইখন—Physics (Ganot), Elementary Lessons on Electricity and Megnetism (S. P. Thomson), Heat (Tait), A Text Book of Inorganic Chemistry (Newth), Introduction to Study of Chemical Philosophy (Tilder), Organic Chemistry (Perking and Keeping), Principle of Science (Jewsons), Introduction to the Science and Practice of Qualitative (C Jemes), Qualitative Chemical Analysis (Velentin).

বি এ শ্ৰেণীত অনাৰ্চ লৈ মেধিৰ আৰু পঢ়াৰ বাহিৰে অইন চিন্তা নাই।

---

১৭ *B A Group A.*

1 English

2 Moral and Moral Science

Any one of the following languages

3 Greek, Latin, Sanskrit, Pali, Hebrew, Arabic and Persian.

4. History of England and either History of Greece and Rome or History of India etc

5 Mathematics as an in the course

*B A Group B.*

I English

II Mathematics

Any one of the following

III. Physics and Chemistry.

IV Physiology or Zoology

V. Geology and either Minerology or Physical Geography.

চিটি কলেজৰ পৰাই ১৯০২ খৃঃত কালিৰাম মেধিয়ে ৰসায়ন আৰু পদাৰ্থ বিজ্ঞানত দ্বিতীয় বিভাগত অনাৰ্চ লাভ কৰিছিল। সেই সময়ত কলিকতা বিশ্ববিদ্যালয়ত অকল এম এ পৰীক্ষাতহে শ্ৰেণী (Class) বোলা হৈছিল বি এৰ অনাৰ্চ পৰীক্ষাত এণ্ট্ৰেন্স আৰু এফ এৰ দৰে বিভাগ (Division) বোলা হৈছিল। সেইবছৰ পদাৰ্থ বিজ্ঞান আৰু ৰসায়নত কোনো ছাত্ৰই প্ৰথম বিভাগ পোৱা নাছিল। মেধিৰ স্থান দ্বিতীয় বিভাগত চতুৰ্থ।

1902
B A Honours
Physics and Chemistry
Second Division
(In order of Merit)

1. Birendra Nath Dey (Presidency)
2. Subhodh Ch. Roy (General Assembly)
3. Dwijendra Kumar Majumdar (City)
4. Kaliram Medhi (City)
5 Surendra Nath Sil (F. C.)

১৯০২ খৃঃত কলিকতা বিশ্ববিদ্যালয়ত অনাৰ্চ লাভ কৰা ছাত্ৰ-ছাত্ৰীৰ সংখ্যা ১১১ জন। only ৬ ইয়াৰ ভিতৰত ১ম বিভাগত ৬ জন আৰু ২য় বিভাগত-১০৫ জন।

| বিষয় | ১ম বিভাগ | ২য়.বিভাগ | বিষয় | ১ম | ২য় |
|---|---|---|---|---|---|
| ইংৰাজী | ১ | ৩৯ | দৰ্শন | ১ | ১৮ |
| সংস্কৃত | ১ | ১৫ | পদাৰ্থ আৰু ৰসায়ন | — | ৫ |
| লেটিন | — | ১ | | | |
| আৰাবীক | — | ১ | ভূতত্ত্ব | — | ১ |
| পাৰ্চিয়ান | ১ | — | অঙ্ক | ২ | ২১ |
| বুৰঞ্জী | — | ৪ | | | |

১৯০২ খৃঃলৈ বি এ পৰীক্ষাত অনাৰ্চ পোৱা অসমীয়া ছাত্ৰৰ সংখ্যা মাত্ৰ চাৰি জন চাৰিওজনে দ্বিতীয় শ্ৰেণী লাভ কৰিছিল।

১. গোপীনাথ বৰদলৈ, ১৮৮৬ খৃঃত ইংৰাজীত, জেনেৰেল এছেম্বলী কলেজ।

২. গুণানন বৰুৱা, ১৮৮৭ খৃঃত, Mental and Moral Science, জেনেৰেল এছেম্বলী কলেজ।

৩. লক্ষ্মীনাথ শৰ্মা, ১৮৯৭ খৃঃত, সংস্কৃত, প্ৰেচিডেন্সী কলেজ।

৪. কালিৰাম মেধি, ১৯০২ খৃঃত, পদাৰ্থবিজ্ঞান আৰু ৰসায়ন, চিটি কলেজ।

অনাৰ্চ লাভ কৰাৰ উপৰিও মেধিয়ে বি এ পৰীক্ষাত বিষ্ণুপ্ৰিয়া দেবী পুৰস্কাৰ লাভ কৰিছিল। সেই সময়ত বি এ পৰীক্ষাত সৰ্বোচ্চ নম্বৰ লাভ কৰি উত্তীৰ্ণ হোৱা অসমীয়া ছাত্ৰজনক বিষ্ণুপ্ৰিয়া দেবী পুৰস্কাৰ প্ৰদান কৰা হৈছিল। গুণাভিৰাম বৰুৱাই তেওঁৰ অকালতে প্ৰাণ হেৰুৱা পত্নী বিষ্ণুপ্ৰিয়া দেবীৰ স্মৃতিত কলিকতা বিশ্ববিদ্যালয়ৰ জৰিয়তে এই পুৰস্কাৰ প্ৰদান কৰিছিল।[১৮]

বি এ পৰীক্ষা আৰম্ভ হৈছিল মাৰ্চ মাহত। পৰীক্ষাৰ সময় প্ৰথম প্ৰশ্নকাকত ১০ বজাৰ পৰা ১ বজা আৰু দ্বিতীয় প্ৰশ্নকাকত ২ বজাৰ পৰা ৫ বজা। বি এ পৰীক্ষাৰ মাচুল ৩০ টকা। ইংৰাজী আৰু অঙ্কৰ প্ৰশ্ন দুখনকৈ। প্ৰতিখনৰ নম্বৰ ১০০ আৰু অনাৰ্চৰ চাৰিখন, প্ৰতিখনৰ ১০০ কৈ।

এম এ॥

বি এ ডিগ্ৰী লাভ কৰি কালিৰাম মেধি পুনৰ কলিকতাতে এম এ পঢ়িছিল। মেধিয়ে এম এ পঢ়িছিল প্ৰেচিডেন্সী কলেজত। তেওঁৰ এম এ পঢ়া বিষয় পদাৰ্থ বিজ্ঞান। (Natural and Physical Science—Physics(c)। এম এ পৰীক্ষাৰ বাবে প্ৰশ্নকাকত ছয়খন আৰু প্ৰতিখনৰে নম্বৰ ১০০ কৈ মুঠ ৬০০ নম্বৰ। বিষয়সমূহ হল ১ম প্ৰশ্নকাকত Physical Optics, ২য় Physical and Geometrical Optics, ৩য় Sound, ৪ৰ্থ Subsidiary Subjects, ৫ম Practical Subject, ৬ষ্ঠ Practical in Subsidiary Subjects.

---

১৮. Bishnu Priya Devi Prize.

On the 29th Sept. 1892, Gunabhiram Baruah, Fellow of Calcutta University forwarded to the Registrar, a Government Promissary Note for Rs 300 for the purpose of instalating an annual prize of books, to be called Bishnu Priya Devi Prize in the memory of his deceased wife on condition that the same be awarded to the best successful B A candidate from Assam. The donation was thankfully accept by the Syndicate at their meeting held on the 19th Nov. 1892.

1892. Rama Kanta Barua (General Assembly).

1893. Dwarakeswar Sarma (General)

1894. Lakheswar Sarma (Presidency)

1895. Radhanath Phukan (F. C.)

মেধিয়ে এম এ ক্লাচত দুবছৰ পঢ়া নাই। এবছৰ পঢ়িয়ে ১৯০৩ খৃঃত তেওঁ এম এ পৰীক্ষা দিয়ে। অনার্চ লৈ বি এ পাচ কৰিলে পিছৰ বছৰতে অর্থাৎ এবছৰ পিছতে এম এ পৰীক্ষা দিব পাৰিছিল। কিন্তু নিয়মীয়া ভাবে নহয় প্রাইভেটকৈহে। মেধিও ১৯০৩ খৃঃত প্রাইভেটকৈ এম এ পৰীক্ষা দি উত্তীর্ণ হয়। এম এ পৰীক্ষাত মেধিয়ে ২য় শ্রেণীত ৪র্থ স্থান অধিকাৰ কৰি উত্তীর্ণ হৈছিল।

এম এ পৰীক্ষাত ১ম আৰু ২য় প্রশ্ন কাকতৰ পৰীক্ষক ডক্টৰ ডবলিউ বুথ, ৩য় আৰু ৪র্থ কাকতৰ পৰীক্ষক মি এ মেকডোনেল, ৫ম আৰু ৬ষ্ঠ কাকতৰ পৰীক্ষক মি পি ক্রথ। এম এ পৰীক্ষাৰ মাচুল ৫০ টকা। পৰীক্ষাৰ সময় দিনৰ ১০ বজাৰ পৰা ৩ বজালৈ।[১৯]

এম এ পৰীক্ষাৰ পাচ নম্বৰ ৩০ কিন্তু Natural and Physical Scienceৰ বিষয়সমূহৰ ৩৩। আনহাতে দ্বিতীয় শ্রেণী লাভ কৰিবলৈ ৪৮ নম্বৰ লাগে কিন্তু Natural and Physical Science ৰ ৪৫ নম্বৰ। সকলো বিষয়তে প্রথম শ্রেণী পাবলৈ ৬০ নম্বৰ। এম এ ডিগ্রী লাভ কৰা অসমীয়া ছাত্রৰ ভিতৰত কালিৰাম মেধি তৃতীয়।

ৰাধানাথ ফুকন অসমীয়াৰ ভিতৰত প্রথম এম এ। ১৮৯৭ খৃঃত ৰাধানাথ ফুকনে Natural and Physical Science ৰ পদার্থ বিজ্ঞান শাখাত দ্বিতীয় শ্রেণী লাভ

1896. Benudhar Rajkhowa (Ripan)
1897 Lakhsminath Sarma (Presidency)
1898. Annada Charan Bhattacharjee (Victoria)
1899 Bharat Ch Das (City)
1900 Bhuban Ch Barua (Metropoliton)
1901 Kanak Ch Gogoi (Victoria)
1902 Kaliram Medhi (City)
1903. Kabiram Das (Victoria)
1904 Debendra Nath Bharali (Victoria)
1905. Iswar Prasad Barua (Presidency)
1906 Keshab Ch Das (St Xaviors)
1907 Atau Rahman (Presidency)
1908. Sarat Ch Goswami (Metro)
1909. Sudhangshu Sekhar Chakrabarti (Presidency)
1910 Hemanta Kumar Chakrabarty (Presidency)

১৯. The celendar for year. 1903

কৰিছিল। উক্ত বিভাগত ১৩ জন ছাত্ৰ উত্তীৰ্ণ হয়। ইযাৰ ভিতৰত পূৰ্ণচন্দ্ৰ কুণ্ডু আৰু মুনীন্দ্ৰ কুমাৰ মিত্ৰই প্ৰথম শ্ৰেণী লাভ কৰিছিল। ১০ জন দ্বিতীয় শ্ৰেণী আৰু ১জন তৃতীয় শ্ৰেণী। ৰাধানাথ ফুকন দ্বিতীয় শ্ৰেণীৰ ৬ষ্ঠ স্থান অধিকাৰ কৰিছিল। তেওঁ প্ৰেচিডেন্সী কলেজৰ ছাত্ৰ। সেইবছৰ এম এ পৰীক্ষাত কলিকতা বিশ্ববিদ্যালয়ৰ পৰা ১০ জন প্ৰথম শ্ৰেণী, ৩৮ জন দ্বিতীয় শ্ৰেণী আৰু ৩৭ জন তৃতীয শ্ৰেণী লাভ কৰিছিল।

অন্নদাচৰণ ভট্টাচাৰ্য্য কলিকতা বিশ্ববিদ্যালযৰ পৰা ১৮৯৯ খৃঃত এম এ ডিগ্ৰীলাভ কৰা দ্বিতীয় অসমীযা। তেওঁৰ বিষয় Mental and Moral Science উক্ত বিভাগত সেই বছৰ ১ জন প্ৰথম শ্ৰেণী, ৪ জন দ্বিতীয় শ্ৰেণী আৰু ৮ জন তৃতীয় শ্ৰেণী লাভ কৰিছিল। ভট্টাচাৰ্য্যই ৩য় শ্ৰেণীৰ ২য় স্থান অধিকাৰ কৰিছিল। তেওঁ Free Church of Scotland Institution and Daff Collegeৰ ছাত্ৰ।

কালিৰাম মেধি কলিকতা বিশ্ববিদ্যালয়ৰ পৰা এম এ ডিগ্ৰীলাভ কৰা তৃতীয় অসমীয়া।

১৯০৪ খৃঃত যোগেন্দ্ৰনাথ বৰুৱাই Natural and Physical Scienceৰ Botany শাখাত বঙ্গবাসী কলেজৰ পৰা আৰু ১৯০৬ খৃঃত মহম্মদ চাদুল্লাই Natural and Physical Scienceৰ Chemistry শাখাত প্ৰেচিডেন্সী কলেজৰ এম এ ডিগ্ৰীলাভ কৰিছিল। দুয়ো ৩য় শ্ৰেণী।

কলিকতা বিশ্ববিদ্যালয়ৰ অধীনত Honours in Arts M A পৰীক্ষাৰ সূচনা হয় ১৮৬৫ খৃঃৰ পৰা। ১৮৬৫ খৃঃত উত্তীৰ্ণ হোৱা ছাত্ৰৰ ভিতৰত সংস্কৃতত প্ৰথম শ্ৰেণী ১ জন, হিব্ৰুত প্ৰথম শ্ৰেণী ১ জন, বুৰঞ্জীত দ্বিতীয় শ্ৰেণী ৩ জন, Mental and Moral Philosophy-ত তৃতীয় শ্ৰেণী ১ জন, অঙ্কত প্ৰথম শ্ৰেণী ১ জন, দ্বিতীয় শ্ৰেণী ১, তৃতীয় শ্ৰেণী ১, Natural and Physical Scienceত প্ৰথম শ্ৰেণী ১ জন।

১৮৮৫ খৃঃৰ পৰা এম এ পৰীক্ষা হয়। সেইবছৰ ইংৰাজীত প্ৰথম শ্ৰেণীৰ প্ৰথম কৈলাশ গোবিন্দ দাস। ইংৰাজী, অঙ্ক, পাৰ্চিয়ান, বুৰঞ্জী, Natural and Physical Science Physics আৰু Botany ত সৰ্বমুঠ ৩৩ জনে এম এ ডিগ্ৰী লাভ কৰিছিল। ইযাৰ ভিতৰত প্ৰথম শ্ৰেণী ৯ জন, দ্বিতীয় শ্ৰেণী ১৫ জন আৰু তৃতীয় শ্ৰেণী ৯ জন।

১৯০৩ খৃঃত কালিৰাম মেধিয়ে Natural and Physical Science (c) Physics শাখাত এম এ ডিগ্ৰী লাভ কৰিছিল। সেইবছৰ পদাৰ্থ বিজ্ঞান শাখাত সৰ্বমুঠ ১১ জন পৰীক্ষাৰ্থী উত্তীৰ্ণ হয়। উত্তীৰ্ণ হোৱা পৰীক্ষাৰ্থীৰ ভিতৰত প্ৰথম শ্ৰেণী লাভ কৰে পূৰ্ণচন্দ্ৰ ভট্টাচাৰ্য্যই। সেইবছৰ প্ৰথম শ্ৰেণী লাভ কৰা ছাত্ৰ ৩ জন ইয়াৰ দুজন ইংৰাজীত আৰু ১ জন পদাৰ্থ বিজ্ঞানত।

**M A 1903**

| বিষয় | প্রথম শ্রেণী | দ্বিতীয় শ্রেণী | তৃতীয় শ্রেণী |
|---|---|---|---|
| ইংরাজী | ২ | ৫ | ৭ |
| সংস্কৃত A | — | ২ | ২ |
| সংস্কৃত B | — | ১ | — |
| সংস্কৃত C | — | — | ২ |
| আরবী | — | ১ | — |
| পার্সিয়ান | — | ৪ | — |
| Mental and Moral Science | — | ৫ | ১৫ |
| অঙ্ক A | — | ১ | ৪ |
| অঙ্ক B | — | ৩ | ৪ |
| রসায়ন | — | — | ২ |
| পদার্থ B | — | ১ | — |
| পদার্থ C | ১ | ৮ | ২ |

২০

M, A.
1903
Natural and Physical Science (C) Physics
Class I
Purna Chandra Bhattacharjee (Private)
Class II
Satish Ch. Upadyaya (Presidency)
Dwijendra Kumar Majumdar (Presidency)
Ram Charan Bandopadhya (Presidency)
Kaliram Medhi (Private)
Surendra Nath Roy (Presidency)
Bipin Behari Das (Private)
Jyotish ch. Dasgupta (Presidency)
Aswini Kumar Basu (Private)

20. The calender for the year 1903

Class III

Bishnu Pada Roy (Presidency)
Tara Nath Gupta (Presidency)

সেই সময়ত কলিকতা বিশ্ববিদ্যালয়ত বি এ শ্ৰেণীত Physics and Chemistry এটা বিষয়। কিন্তু এম এ ত সুকীয়া Natural and Physical Science Group A Chemistry, B & C Physics আৰু D Botany.

কালিৰাম মেধি কলিকতাত পঢ়া সময়ত কলিকতা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য মিঃ ই. জে. ট্ৰেভেলিয়ান। ইয়াৰ পিছত উপাচাৰ্য্য মিঃ থমাচ ৰেলিচ ( ১৮৯৯-১৯০৪ )। আশুতোষ মুখাৰ্জী কলিকতা বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য ১৯০৬ খৃঃ ৰ পৰা।

১৯১৯ খৃঃ লৈকে কোনো অসমীয়া ছাত্ৰই এম এ ত প্ৰথম শ্ৰেণী লাভ কৰা নাছিল। ১৯১৯ খৃঃত প্ৰথমতে প্ৰথম শ্ৰেণী লাভ কৰিছিল কৃষ্ণকান্ত সন্দিকৈ (Sanskrit Group B) আৰু কামদা চৰণ ভট্টাচাৰ্য্যই (Sanskrit Group C)। তেতিয়ালৈকে এম এ পাচ কৰা ছাত্ৰসকল হল ৰাধানাথ ফুকন ( পদাৰ্থ, ২য় শ্ৰেণী, ১৮৯৭ ), অন্নদাচৰণ ভট্টাচাৰ্য্য ( দৰ্শন, ৩য় শ্ৰেণী, ১৮৯৯ ), কালিৰাম মেধি ( পদাৰ্থ বিজ্ঞান, ২য় শ্ৰেণী, ১৯০৩ ), যোগেন্দ্ৰ নাথ বৰুৱা ( উদ্ভিদ বিজ্ঞান, ৩য়, ১৯০৪ ), মহম্মদ চাদুল্লা ( ৰসায়ন, ৩য়, ১৯০৬ ), মৌলবী আতাউৰ ৰহমান ( ইংৰাজী, ৩য়, ১৯০৮), বিষ্ণুৰাম বৰুৱা (বুৰঞ্জী, ৩য়, ১৯১১), মহেন্দ্ৰনাথ গোহাই ( ৰসায়ন, ৩য়, ১৯১১ ), প্ৰেমধৰ গোহাই ( দৰ্শন, ২য়, ১৯১২ ), লক্ষীনাথ শৰ্মা ( সংস্কৃত, ৩য়, ১৯১২ ), মৌলবী আলিমুদ্দিন আহম্মদ ( অৰ্থনীতি, ৩য়, ১৯১২ ), বিষ্ণুৰাম মেধি ( ৰসায়ন, ২য়, ১৯১৩ ), গোলক চন্দ্ৰ বৰুৱা ( দৰ্শন, ৩য়, ১৯১৩ ), নীলমাধৱ বৰুৱা ( দৰ্শন, ৩য়, ১৯১৩ ), গোপীনাথ বৰদলৈ ( বুৰঞ্জী, ২য় ১৯১৪ ), সিদ্ধেশ্বৰ গোহাই ( দৰ্শন, ২য়, ১৯১৪ ), সূৰ্য্য কুমাৰ ভূঞা ( ইংৰাজী, ২য়, ১৯১৬ ), পদ্মধৰ চলিহা ( ইংৰাজী, ৩য়, ১৯১৬ ), হবিবুৰ ৰহমান ( ইংৰাজী, ৩য়, ১৯১৬ ), ধৰ্ম্মেশ্বৰ দাস ( ইংৰাজী, ৩য়, ১৯১৬ ), বাণীকান্ত কাকতি ( ইংৰাজী, ২য়, ১৯১৮, ১৯২৩ খৃঃ ত ইংৰাজী বি গ্ৰুপত প্ৰথম শ্ৰেণী প্ৰথম ), হৰেন্দ্ৰনাথ চৌধুৰী ( ইংৰাজী, ২য়, ১৯১৯ )।

কালিৰাম মেধি এম এ পঢ়িছিল কলিকতা প্ৰেচিডেন্সী কলেজত। মিঃ এ. চি. এডৱাৰ্ড (Mr. A. C. Edward) সেই সময়ত প্ৰেচিডেন্সী কলেজৰ অধ্যক্ষ। তেওঁ ইংৰাজী সাহিত্যৰ অধ্যাপক।

মেধিৰ এম এ মহলাৰ বিষয় পদাৰ্থ বিজ্ঞান। মিঃ জি. ডবলিউ কুচলাৰ ( G. W. Kuchler), জগদীশ চন্দ্ৰ বোস ( পিছত চাৰ ), মিঃ ভি. এইচ. জেকচনচ (Mr. V. H Jacksons B A) পদাৰ্থ বিজ্ঞানৰ অধ্যাপক। হৃদয় নাথ বেনাৰ্জী এম এ পদাৰ্থ বিজ্ঞানৰ ডেমনষ্ট্ৰেটৰ।

## List of Graduates

## Calcutta University.

| | | | |
|---|---|---|---|
| Bardoloi | Gopinath B. L | 1886 | (G. A. General Assembly ) |
| | Nabin Ch. B. L | 1896 | (Presidency) |
| | Rajani Kanta | 1889 | (City) |
| Barua | Ananda Ram | 1869 | (Pre) |
| | Bhuban Ch | 1900 | (Metropolitan) |
| | Debi Charan B L | 1886 | (G. A.) |
| | Ghanasyam B. L | 1887 | (G A.) |
| | Gunjanan | 1887 | (G. A.) |
| | Jagannath | 1873 | (Pre) |
| | Kailash Nath | 1890 | (F C.) |
| | Kanak Lal | 1894 | (G. A.) |
| | Mati Lal | 1903 | (Victoria) |
| | Ramakanta | 1892 | (G A ) |
| | Ratnadhar B L | 1887 | (Vic) |
| | Surjya Kanta | 1903 | (Vic) |
| | Rameswar | 1906 | (Teacher) |
| Bézbarua | Lakshminath | 1890 | (G A ) |
| Barkataky | Rama Kanta B. L | 1897 | (City) |
| Bora | Satyanath B L. | 1891 | (Metro) |
| | Lambodor B L | 1884 | |
| Bhattacharjya | Ananda Charan | 1898 | (Metro) |
| Das | Kamala Kanta B. L | 1899 | (G A.) |
| | Ramprasad B L | 1888 | (Free) |
| Medhi | Kaliram | 1902 | (City) |
| Nayak | Lohit Ch B. L. | 1894 | (Metro) |
| Pathak | Achyuta Nanda | 1904 | (Bangabasi) |
| Phukan | Radha Nath | 1895 | |
| Sarma | Durgeswar | 1903 | (Vic) |
| | Lakheswar | 1894 | (Metro) |
| | Lakhminath | 1897 | (Pre) |
| | Sibram B. L | 1887 | (City) |
| Dowara | Bisnu Prasad | 1895 | |

# ৬. কৰ্মজীৱন

এম এ পৰীক্ষাত উত্তীৰ্ণ হৈ কালিৰাম মেধি সৰহ দিন ঘৰত বহি থাকিব লগা নহ'ল। সেইকালত শিক্ষিত লোকৰ সংখ্যা কম। সেই অনুপাতে চাকৰিৰ সংখ্যাও সৰহ নহয়। চাকৰিৰ সংখ্যা সৰহ নহলেও বি এ পাচ কৰি ডাঙৰ মানুহৰ দুই এখন চাৰ্টিফিকেট সংগ্ৰহ কৰিব পাৰিলে মাটি হাকিম (এচ ডি চি) চাকৰি পোৱা যায়। উচ্চ বংশ, সম্ভ্ৰান্ত পৰিয়ালৰ হলে ই এ চি পদো লাভ কৰা দেখা যায়। ইংৰাজ শাসক এই ক্ষেত্ৰত সচেতন। সম্ভ্ৰান্ত পৰিয়াল, উচ্চবংশৰ প্ৰতি সদায় সজাগ। আজি কালিৰ দৰে মেধা বা 'মেৰিট'ৰ ওপৰত গুৰুত্ব দিয়া নহৈছিল। শাসক হিচাপে ইংৰাজসকল শ্ৰেণী সচেতন।

কালিৰাম মেধি কোনো উচ্চ বংশজাত নাইবা সম্ভ্ৰান্ত পৰিয়ালৰ সন্তান নহয়। পিতৃ ভূকলি মেধি সাধাৰণ খেতিয়ক, সহজ সৰল গাৱঁলীয়া লোক। গতিকে মেধিৰ ভাগ্যত ই এ চি চাকৰি নিমিলিল। প্ৰথমতে মাটি হাকিম, এচ ডি চি হিচাপেহে নিযুক্তি লাভ কৰিলে। অথচ কালিৰাম মেধি সেই সময়ৰ এজন মেধাবী ছাত্ৰ। এণ্ট্ৰেন্স আৰু এফ এ ত প্ৰথম বিভাগ আৰু বৃত্তি। বি এ ত দ্বিতীয় বিভাগৰ অনাৰ্চ আৰু দ্বিতীয় শ্ৰেণীৰ এম এ। অথচ এনে এজন মেধাবী ছাত্ৰই প্ৰথমতে নিযুক্তি লাভ কৰিলে মাটি হাকিমৰ। সেইকালত মেধাবী ছাত্ৰ নহয়ো কোনো মতে বি এ পাচ কৰি ই এ চি পদ লাভ কৰা সম্ভ্ৰান্ত পৰিয়ালৰ লোক বহুতো ওলাব।

অসমৰ শাসন ভাৰ ইংৰাজৰ হাতলৈ যোৱাত শাসন কাৰ্য্য চলাবলৈ ইংৰাজ চৰকাৰে কেপ্টেইন ডেভিদ স্কটক নামনি অসমত আৰু কলোনেল ৰিচাৰ্ডক উজনী অসমত কমিচনাৰ নিযুক্ত কৰিছিল। এই দুজনৰ ভিতৰত ডেভিদ স্কট আছিল চিনিয়ৰ কমিচনাৰ আৰু গৱৰ্ণৰ জেনেৰেলৰ এজেণ্ট। প্ৰথমতে গুৱাহাটী সদৰ ঠাই। পিছত খাছিয়া পাহাৰলৈ সদৰ ঠাই নিয়া হয়। খাছিয়া পাহাৰৰ নঙখেলাত (Nungklao) প্ৰথমতে সদৰ ঠাই পাতিব বিচাৰিছিল। কিন্তু সেই ঠাই অস্বাস্থ্যকৰ বাবে চেৰাপুঞ্জীত সদৰ ঠাই নিৰ্বাচন কৰিছিল। পিছত ছিলঙত সদৰ ঠাই নিৰ্বাচন কৰা হয়।

ইংৰাজ বিষয়াবিলাকে সদায় কাগজ কলম লৈ লিখা পঢ়াত ব্যস্ত। ইমানকৈ লিখা পঢ়া কামত ব্যস্ত থকা দেখি চন্দ্ৰকান্ত সিংহই ইয়াৰ কাৰণ বিচাৰিলে। উত্তৰত ডেভিদ স্কটে ধেমালি কৰি কৈছিল, "স্বৰ্গদেউ আপোনালোক স্বৰ্গৰ পৰা অহা আৰু দেৱতাৰ বংশধৰ, সকলো কথাকে মনত ৰাখিব পাৰে। আমি হলো মাটিৰ মানুহ।

ফুপনীয়া খোৱা টেবুলত বহিলে দিনটোৰ কথাখিনি পাহৰি যাওঁ। সেইবাবে যি দেখো যি শুনো তাকে লিপিবদ্ধ কৰোঁ।"[১]

ডেভিড স্কটৰ মৃত্যুৰ পিছত মিঃ ক্ৰেক্ৰফট্ আৰু মিঃ টি. চি. ৰবাৰ্টচন কমিচনাৰ নিযুক্ত হয়। শাসনৰ সুবিধাৰ্থে মিঃ ৰবাৰ্টচনে অসমখনক কেইটামান ভাগ বা জিলাত ভাগ কৰিছিল। প্ৰতিটো জিলাৰ শাসন ভাৰ আছিল একোজন প্ৰধান এচিষ্টেণ্টৰ অধীনত। (P. A.—Principal Assistant to the Commissioner) তেওঁৰ দৰমহা এহেজাৰ টকা। তেওঁৰ তলত এজন জুনিয়ৰ এচিষ্টেণ্ট। তেওঁৰ দৰমহা ৫০০ টকা। জুনিয়ৰ এচিষ্টেণ্টৰ তলত চব এচিষ্টেণ্ট। চব এচিষ্টেণ্টৰ দৰমহা ৩০০ টকা।

সাধাৰণ বিচাৰ কৰিবলৈ দেশীয় লোকক সদৰামিন আৰু মুন্সিফ নিযুক্ত কৰিছিল। মুন্সিফৰ দৰমহা ৮০ টকা সদৰামিনৰ দৰমহা ১৫০ টকা।

১৮৬১ খৃঃ ত এই ব্যৱস্থাৰ সাল সলনি ঘটোৱা হয়। চাৰ এডোৱাৰ্ড গেইটে সেই বিষয়ে লিখিছে—"In 1861 the designations of the officers serving under the commissioner were changed ; the Deputy Commissioner, whose powers were those of a District and Sessions Judge was thence forth known as the Judicial Commissioner, the Principal Assistant became Deputy Commissioner , the Junior assistant Assistant Commissioner, the Sub assistant Extra Assistant Commissioner. The separate establishment of Sadar Amin and Munsif was abolished in 1872."[২]

১৮৫০ খৃঃ লৈ ইংৰাজ চৰকাৰে অসমত কোনো ভাৰতীয় লোকক প্ৰিন্সিপাল এচিষ্টেণ্ট, জুনিয়ৰ এচিষ্টেণ্ট দূৰৰ কথা চব এচিষ্টেণ্ট পদতো নিযুক্ত কৰা নাছিল। কেৱল মুন্সিফ বা সদৰামিন পদতহে নিযুক্ত কৰা হৈছিল। অসমত ১৮৫২ খৃঃ ৰ ৯ অক্টোবৰৰ পৰা আনন্দৰাম ঢেকিয়াল ফুকনক প্ৰথমতে চব এচিষ্টেণ্ট নিযুক্ত কৰা হৈছিল। কিন্তু তেওঁৰ দৰমহা ইংৰাজ চব এচিষ্টেণ্টৰ দৰে ৩০০ টকা নহয়। ঢেকিয়াল ফুকনৰ দৰমহা ২৫০ টকা।

ইয়াৰ পিছত অসমীয়া মানুহক চব এচিষ্টেণ্ট নিযুক্ত কৰা হৈছিল। কিন্তু প্ৰিন্সিপাল এচিষ্টেণ্ট আদি প্ৰায়বোৰ উচ্চপদস্থ বিষয়েই চাহাবৰ হাতত।

ইয়াৰ পিছতো বহু বছৰলৈকে জিলা পৰ্য্যায়লৈ প্ৰশাসনীয় বিষয়বোৰ ইংৰাজ কৰ্মচাৰীৰ হাততে আছিল। কালিৰাম মেধি চাকৰিত যোগদান কৰা সময়তো চেক্ৰেটাৰী, কমিচনাৰ,

---

১ Early British Relations with Assam : Dr. S. K. Bhuyan, 1949.

২ History of Assam—Sir E. A. Gait, 1926

ডেপুটি কমিচনাৰলৈকে সৰহ ভাগেই ইংৰাজ বিষয়া। আই চি এচ ভাৰতীয় লোককো লাহে লাহেহে এনেবোৰ দায়িত্ব অৰ্পণ কৰিছিল।

ইংৰাজ বিষয়াসকল কৰ্তব্যপৰায়ণ, কষ্টসহিষ্ণু। তেওঁলোকে নীতি-নিয়ম শৃঙ্খলাৰ বাহিৰলৈ নাযায়। কোনো ধৰণৰ স্বজন প্ৰীতিও নাছিল। ভালে কেইজন সুদক্ষ ইংৰাজ বিষয়াই আমাৰ ভাষা-সাহিত্য, ঐতিহ্য আৰু পুৰাবৃত্ত চৰ্চাত ৰত্নগুনি যোগাই গৈছে। তথ্যানুসন্ধানী ইংৰাজ বিষয়াসকলে ভালেমান মূল্যবান গ্ৰন্থও লিখি গৈছে।

ইংৰাজ বিষয়াসকলৰ আহিৰে নিজৰ কৰ্ত্তব্য নিষ্ঠাৰ পৰিচয় দি দোপতদোপে কৰ্মজীৱনত উন্নতি লাভ কৰি ভাষা সাহিত্যৰ উন্নতিৰ বাবে অহোপুৰুষাৰ্থ কৰা বিষয়া সকলৰ ভিতৰত ৰজনীকান্ত বৰদলৈ, কনকলাল বৰুৱা, হেমচন্দ্ৰ গোস্বামী, কালিৰাম মেধি, ৰাধানাথ ফুকন, দুৰ্গেশ্বৰ শৰ্মা, বেণুধৰ ৰাজখোৱা, দেবানন্দ ভৰালী, যোগেন্দ্ৰ নাথ বৰুৱা প্ৰভৃতি অন্যতম। এই সকল উচ্চপদস্থ অসমীয়া চাকৰিয়ালে দোপতদোপে উন্নতি কৰি চাহাবৰ চুট, টাই, ইংৰাজী কোৱাৰ ধৰণ বা চাহাবিআনাকে অকল অনুসৰণ কৰা নাছিল। ইংৰাজ বিষয়াৰ কৰ্ত্তব্যনিষ্ঠা, শৃঙ্খলাবোধ, অনুসন্ধিৎসু মনোভাব আছিল তেওঁলোকৰ আদৰ্শস্বৰূপ। কালিৰাম মেধিও চৰকাৰী চাকৰিয়াল স্বৰূপে বাহিৰৰ সাজটোতকৈ ভিতৰৰ চাহাবটোকহে অনুসৰণ কৰিছিল বেচিকৈ।

১৯০৪ খৃঃ ৰ ২৪ এপ্ৰিলত কালিৰাম মেধিয়ে গুৱাহাটীৰ চেটেলমেণ্ট কেম্পত মাটি হাকিম ( এচ ডি চি ) হিচাপে যোগদান কৰিছিল। সেই সময়ত মেধিৰ জেঠাক ধৰম মেধি ৰোগ শয্যাত। ৰোগশয্যাৰ পৰাই খবৰ কৰি আছিল ঘৰৰ বৰ ল'ৰা হাকিম হল নে নাই। যিদিনা হাকিম হোৱাৰ সংবাদটো পাইছিল সিদিনাহে স্বস্তি নিশ্বাস এৰিছিল। ইয়াৰ কিছুদিন পিছত ধৰম মেধিৰ মৃত্যু হয়।

কালিৰাম মেধিৰ কেই বছৰ মান পূৰ্বতে দক্ষিণ কামৰূপৰ ভাৰতচন্দ্ৰ দাস মাটি হাকিম স্বৰূপে যোগদান কৰিছিল ( ১৮৯৯ খৃঃ )। দাস মেধিতকৈ বয়সতো ডাঙৰ। ব্ৰহ্মপুত্ৰৰ দুই পাৰে এই দুজন হাকিম পিছত জনাজাত হৈ পৰিছিল। বিশেষকৈ তেওঁলোক জন-সাধাৰণৰ মাজত কালিৰাম মেধি 'হলি হাকিম' আৰু ভাৰতচন্দ্ৰ দাস 'বাটলু হাকিম' নামেৰেহে জনাজাত।

**নগাওঁ ॥**

কালিৰাম মেধিয়ে মাটি হাকিম স্বৰূপে যোগদান কৰি প্ৰশিক্ষণ লব লগা হৈছিল কামৰূপ জিলাৰ চেটেলমেণ্ট কেম্পত। ইয়াতে তেওঁ আগষ্ট মাহলৈ প্ৰশিক্ষণ লৈছিল।

প্ৰশিক্ষণৰ অন্তত মেধিৰ প্ৰথম কৰ্মস্থান নগাওঁ। ১৯০৪ খৃঃ ৰ ১৩ আগষ্টত তেওঁ

প্ৰবেশনাৰী মাটি হাকিম স্বৰূপে যোগদান কৰিছিল। মেধিয়ে নগাৱঁত যোগদান কৰা সময়ত যাতায়াতৰ বৰ অসুবিধা। নগাৱঁতকৈ কলিকতালৈ যোৱাটো সহজ। ১৮৯৭ খৃঃ ৰ পৰা গুৱাহাটীৰ পৰা ৰেল চলাচল হলত চাপৰমুখ নাইবা কামপুৰলৈ গৈ তাৰ পৰা গৰু গাড়ীৰে নগাৱঁলৈ যাব লাগিছিল। ৰেল হোৱাৰ পূৰ্বে শিলঘাটলৈ জাহাজেৰে গৈ শিলঘাটৰ পৰা গৰুগাড়ী।

সেই বছৰৰে ১৬ চেপ্টেম্বৰত, ১৯০৪ মেধিক নগাওঁ তহচিলত নিযুক্ত কৰা হয়। ১৯০৫ খৃঃ ৰ ৩ মেইৰ পৰা তেওঁ মাটি হাকিম হিছাপে উক্ত চাৰ্কোলতে কাৰ্য্য নিৰ্বাহ কৰিছিল। প্ৰথমতে আছিল ফোৰ্থ গ্ৰেডৰ মাটি হাকিম। ১৯০৭ খৃঃ ৰ ১৭ জানুৱাৰীৰ পৰা তেওঁ থাৰ্ড গ্ৰেডলৈ উন্নতি কৰে।

নগাৱঁৰ পিছত তেওঁ ধিং চাৰ্কোলতো কিছুদিন মাটি হাকিম স্বৰূপে কাৰ্য্যনিৰ্বাহ কৰিছিল ( ১ অক্টোবৰ, ১৯০৮ খৃঃ )।

নগাৱঁত তেওঁ আমোলা পটিৰ শঙ্কৰ মন্দিৰৰ কাষত বাস কৰিছিল। নগাৱঁত থাকোতে মেধিয়ে বৰপেটাৰ দক্ষিণ হাটীৰ বলোৰাম দাস আৰু হালধীপ্ৰিয়াৰ কন্যা মোক্ষদা দাসক বিয়া কৰায়। মোক্ষদা দেৱী মেধিৰ দ্বিতীয়া পত্নী। কলেজত পঢ়ি থাকোতে তেওঁ গাৱঁৰে ছোৱালী এজনী বিয়া কৰাইছিল। মেধি কলেজত পঢ়ি থকা সময়তে ঘৰত থকা আন লৰাৰ বিয়া পাতিব লগা হ'ল। কিন্তু কালিৰাম মেধি ঘৰখনৰ ডাঙৰ লৰা। এতিয়া ডাঙৰ লৰাৰ বিয়া নপতাকৈ সৰু ভায়েক সকলৰ বিয়া পাতে কেনেকৈ? জেঠাক ধৰম মেধিয়ে ঠিক কৰিলে প্ৰথমতে কালিৰাম মেধিৰে বিয়াখন পাতিব। যেনে কথা তেনে কাম। বন্ধত আহোতে জেঠাকে ধৰি মেলি গাৱঁৰে অকুমাৰী ছোৱালী এজনী চাই বিয়া পাতিলে। মেধিৰ জেঠাক ধৰম মেধিৰ কথাৰ আৰু প্ৰতিবাদ কৰাৰ সাহস নহল। কিবা প্ৰতিবাদ কৰিছিল যদিও নৰজিল।

কিন্তু এইখন বিয়া আছিল এক প্ৰকাৰ পুতলা বিয়া। পাচ বিয়া কৰাই ছোৱালী আনি মধু যামিনী উপভোগ কৰিবলৈ নৌ-পাওঁতেই ছোৱালীজনী ঢুকাল।

প্ৰথমা পত্নীৰ মৃত্যু হোৱা বাবে দ্বিতীয় বাৰ মোক্ষদা বালাক বিয়া কৰায়। বলৰাম দাসৰ লৰা ছোৱালী দহোটা—ৰমেশ চন্দ্ৰ, যোগেশ চন্দ্ৰ, সুৰেশ চন্দ্ৰ আৰু গণেশ চন্দ্ৰ এই চাৰিজন পুত্ৰ। পদ্মাৱতী, বৰদা, ক্ষীৰোদা, মোক্ষদা, নিৰদা আৰু প্ৰেমদা ছয়জনী কন্যা। বৰদাবালা বৰপেটাৰ সৰ্বানন্দ দাসৰ পত্নী আৰু চিদানন্দ দাস ( প্ৰাক্তন পঞ্জীয়ক, গুৱাহাটী বিশ্ববিদ্যালয় ), ধৰ্মানন্দ দাসৰ ( প্ৰাক্তন মুখ্য আযুক্ত ) মাতৃ।

নগাৱঁতে কালিৰাম মেধি আৰু মোক্ষদা মেধিৰ প্ৰথম পুত্ৰ ৰামভদ্ৰ মেধি ( ১৯০৬ ) আৰু প্ৰথমা কন্যা কাদম্বৰীৰ জন্ম।

তেতিয়াৰ দিনত মফচললৈ যাবলৈ চৰকাৰী বিষয়াৰ প্ৰধান বাহন ঘোঁৰা। মেধিৰ এটা ধুনীয়া ঘোৰা আছিল। মফচলৰ পৰা ঘূৰি আহিয়ে প্ৰায়ে শিশু পুত্ৰ ৰামভদ্ৰ মেধিক ঘোঁৰাত তুলি কলং পাৰত এপাক ফুৰাই আনে।

প্ৰথম বাৰ মাটি হাকিম স্বৰূপে কাম কৰোঁতে নগাৱঁত লগ পোৱা আন আন চাকৰিয়াল সকলৰ ভিতৰত আছিল কমলা কান্ত বৰুৱা, দেবানন্দ ভৰালী, শৰৎচন্দ্ৰ গোস্বামী, ধনাই বৰা প্ৰভৃতি ভাষানুৰাগী চৰকাৰী চাকৰিয়ালসকল। এই ভাষানুৰাগী চৰকাৰী চাকৰিয়াল সকলৰ উদ্যোগত নগাৱঁত অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা এখন স্থাপন কৰা হৈছিল।[৩]

নগাৱঁত সেই সময়ত বিখ্যাত দীন বাবুৰ দোকান, মানে দীননাথ বেজবৰুৱা এণ্ড চন্স। "দীন বাবুৰ দোকানত কীৰ্ত্তন, দশম, উজুপাঠ, বৰ্ণ-পৰিচয়ৰ পৰা পেটেণ্ট ঔষধলৈকে পোৱা যায়। দীন বাবুৰ দোকান তেতিয়া নগাওঁ চহৰৰ কল্পতৰু। বছৰেকীয়া পৰীক্ষাৰ ফলাফল ওলালেই দীন বাবুৰ দোকানত ভীৰ বাঢি যায়। আবেলি হলে চহৰৰ গণ্যমান্য ভদ্ৰলোকসকলে গুৰগুৰী হোকাত টান দি দীন বাবুৰ গাদীত বহিয়ে নানান আলোচনাত ব্যস্ত। বৈষ্ণৱ সাহিত্য চৰ্চ্চাৰ পৰা নানান সমাজ কল্যাণ মূলক আলোচনাৰো মন্ত্ৰণা কক্ষ দীন বাবুৰ দোকান।" দীনবাবুৰ দোকানত আবেলি জিৰণি লোৱা আলোচনাত অংশ গ্ৰহণকাৰীসকলৰ ভিতৰত কালিৰাম মেধি এজন।

নগাৱঁত থকা সময়ত নিশা হলে চোতালত চকী মেজ পাৰি লৈ আকাশলৈ চাই থাকে এনে ভাবে চাই থাকোতে কেতিয়াবা কেতিয়াবা নিশা এক দুই বাজেহি। এনেদৰে ধ্ৰুবতৰা আদি চায়। এবাৰ কলে ধুমকেতু ওলাব। সচাকৈয়ে ধুমকেতু ওলাল। মানুহৰ ধাৰণা হ'ল তেওঁ জ্যোতিষৰ কথাও জানে। গতিকে নিশ্চয় ডাঙৰ মানুহ। বি এ শ্ৰেণীত তেওঁৰ Element of Astronomy পাঠ্যপুথি। সেইবাবে সেই বিষয়ে কিছু অধ্যয়ন কৰিছিল। তেওঁৰ 'হেলীৰ নেজাল তৰা' শীৰ্ষক প্ৰবন্ধটো নগাৱঁতে ৰচনা কৰা। প্ৰবন্ধটো প্ৰকাশ হয় প্ৰথম বছৰ ৮ম সংখ্যা, ১৯১০, 'আসাম বান্ধৱ'ত।

তেওঁৰ বাসভৱনৰ পৰা কলং নদীখন বেচি দূৰ নহয়। তেওঁ মাজে মাজে কলংপাৰত সাতুৰি সাতুৰি গা-পা ধুৱেহি। সৰু ভায়েক দীননাথ মেধি তেওঁৰ লগতে থাকি নগাৱঁত পঢিছিল।

---

৩ 'নগাওঁ—কালিৰাম মেধি, কমলাকান্ত বৰুৱা, দেবানন্দ ভৰাঁলী, শৰৎচন্দ্ৰ গোস্বামী প্ৰভৃতি ভাষানুৰাগী চৰকাৰী চাকৰিয়াল ভদ্ৰলোকৰ উদ্যোগত নগাৱঁত অসমীয়া ভাষাৰ উন্নতি সাধিনী সভা এখন স্থাপন কৰা হৈছে।' অসম বন্তী ১৭ মেই, ১৯০৯।

**ডিব্ৰুগড় ॥**

ডিব্ৰুগড় কালিৰাম মেধিৰ দ্বিতীয় কৰ্মস্থান। নগাঁৱৰ পৰা গৈ তেওঁ ১৯১০ খৃঃ ৰ ২৩ মেইত ডিব্ৰুগড়ত এচিষ্টেণ্ট চেটেলমেণ্ট অফিচাৰ হিছাপে যোগদান কৰিছিল। ডিব্ৰুগড়তে তেওঁ ডেপুটি মেজিষ্ট্ৰেট (১৯১০ খৃঃ, ১ জুলাই), এক্তিচনেল চেটেলমেণ্ট অফিচাৰ (১৯১০ খৃঃ, ১২ ডিচেম্বৰ) আদি বিভিন্ন পদ লাভ কৰিছিল। ডিব্ৰুগড়তে তেওঁ পদোন্নতি লাভ কৰি ই এ চি হৈছিল।

মেধিৰ ডিব্ৰুগড়ৰ কাৰ্য্যকাল দুবছৰ। ডিব্ৰুগড়ত থকা এই চুটি কালছোৱা কৰ্মজীৱন আৰু ৰাজহুৱা জীৱনৰ বহুমুখী কাল।

মেধিয়ে চৰকাৰী কামত ঘূৰি ফুৰোতে বিভিন্ন গাওঁত কৰা টোকাবোৰৰ পৰা সেই সময়ৰ অৰ্থনৈতিক পৰিচয় প্ৰকাশ পাইছে। তেতিয়া খেতিৰ মাটিৰ মূল্য পুৰাত ১০ টকা, চাউল সেৰে তিনি পইছা, বস্তি মাটিৰ মূল্য নাই। এনে ধৰণৰ সক সৰু ভালেমান কথাও তেওঁৰ টোকাত উল্লেখ পোৱা যায়।[৪]

তিনিচুকীয়া, ডুমডুমা অঞ্চলত ভ্ৰমণ কৰোঁতে প্ৰস্তুত কৰা এনেধৰণৰ টোকাৰ পৰা ভালেমান মূল্যবান তথ্য পোৱা যায়। কানি খাই খাই মানুহ কেনেদৰে ধ্বংসমুখী হৈছে সেই কথা উল্লেখ কৰি ঠায়ে ঠায়ে তেওঁ আক্ষেপ প্ৰকাশ কৰিছে।[৫]

ডিব্ৰুগড়ত থকা সময়ত মেধি ৰাজহুৱা জীৱনৰ লগত জড়িত। নীলমণি ফুকন সেই সময়ত ডিব্ৰুগড় জৰ্জ হাইস্কুলৰ প্ৰধান শিক্ষক। বয়সীয়াল লোকসকলে লগহৈ অভিনয় কৰি আৰু নানান ধৰণে যত্ন কৰি ৰঙ্গমঞ্চৰ উন্নতি কৰিছিল। সেই কথা স্বৰ্গীয় বাগ্মীবৰ নীলমণি ফুকনে আমাক কৈছিল

---

৪ 4. 1. 11. Habeda

Village of 20 years standed, 3 houses of Kacharies, 14 houses of Moran, 5 houses of Ex Coolies, who came only the year. Unhealthy, Kacha Well, communication bad. 4 houses of···came here within the last 10 years. Fertile. They sell dhan to Bengali Coolies, who came there for the purpose. Elephants, pigs & monkeys causes danger to crops. Price of Rupit land Rs. 10/- per Pura. Rent same as Govt. Rent. No selling value. Price of Jati Bamboo 8 & Bhuluka 4 per rupee.

৫ 15. 1. 11. Lankasi;

15 houses of Ahom Old villages......They sell dhan and chaul 10 cally at the Kaya shop. Dhan 2 pice per seer and chaul 3 pice per seer. Price has not changed during the last 20 years. Price of Rupit land Rs. 10/-per pura. Basti no selling value.



বহি—মাইতী, কালিৰাম মেধি, স্নভদ্ৰ, স্নৰেন, স্বৰ্ণলতা মেধি, জাহ্নবী
থিয়হৈ—ৰামভদ্ৰ মেধি, ৰত্না, কমলা, হেমৰেখা

"সেই সময়ত ডিব্ৰুগড়ত ৰঙ্গমঞ্চ আৰু অসমীয়া নাটকৰ অভিনয় একৰকম লুপ্তপ্ৰায় যেন আছিল। তেতিয়া প্ৰাতঃস্মৰণীয় কালিৰাম মেধি আৰু ভাৰতচন্দ্ৰ দাস ডুগৰাকী হাকিম ডিব্ৰুগড়লৈ বদলি হৈ যায়। তেওঁলোকে ডিব্ৰুগড় ৰঙ্গমঞ্চ এক ৰকম টনকিয়াল কৰি তোলে। তেওঁ বিলাকৰ প্ৰেৰণাতে ডিব্ৰুগড়ৰ বয়সীয়াল সকলেও যথেষ্ট প্ৰেৰণা পাই ডিব্ৰুগড় নাট্যমঞ্চ টনকিয়াল কৰি তোলে। এবাৰ তেওঁলোক বয়সীয়ালসকলে কোনো এক বিষয়ত অভিনয় কৰিবলৈ থিৰ কৰে। আৰু বাটে পথে হাতে লিখা পোষ্টাৰ গছতআৰি দিয়ে। তাত লিখা আছিল "আজি ৰাতি কেবল মাত্ৰ বয়সীয়ালৰ অভিনয় হব। আহক আহক চাওকহি।"

কিছুমান দুষ্ট লৰাই বয়সীয়াল শব্দৰ 'বয়'ৰ ওপৰত কাগজৰ আঠা লগাই দিলে। ফলত 'সীয়ালৰ অভিনয় চাওক হি' হল। এনেভাবে বয়সস্থ লোকসকলে ৰঙ্গমঞ্চ টনকিয়াল কৰিবলৈ যত্নপৰ হৈছিল। অসমৰ সংস্কৃতি, সুকুমাৰ কলা, গৱেষণা বিষয়ত মেধিয়ে চৰকাৰী চাকৰিৰ দায়িত্ব বহন কৰিও যথেষ্ট বৰঙণি দি গ'ল।"

কালিৰাম মেধি নগাওঁত থকা অৱস্থাতে তাৰানাথ চক্ৰবৰ্ত্তীৰ সম্পাদনাত 'আসাম বান্ধৱ' নামৰ এখন আলোচনী প্ৰকাশ হয়। পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামী 'আসাম বান্ধৱৰ' সহকাৰী সম্পাদক। প্ৰথম বছৰৰ পৰাই 'আসাম বান্ধৱ'ত মেধিৰ ভালেমান তত্ত্ব গধুৰ প্ৰবন্ধ প্ৰকাশ হয়। পিছত 'আসাম বান্ধৱ'ৰ প্ৰকাশৰ ক্ষেত্ৰত কিছু আহুকালে দেখা দিলে। তেতিয়া 'আসাম বান্ধৱ'ৰ দায়িত্ব গ্ৰহণ কৰিলে ডিব্ৰুগড়ত থকা ডাঃ হৰিকৃষ্ণ দাস, কালিৰাম মেধি, ভাৰতচন্দ্ৰ দাস, ৰায়চাহাব গঙ্গাৰাম চৌধুৰী প্ৰভৃতিয়ে। সেই সময়ত 'আসাম বান্ধৱ' প্ৰকাশ হৈছিল ডিব্ৰুগড়ৰ পৰা। সেই কথা স্মৰণ কৰি পণ্ডিত প্ৰতাপ চন্দ্ৰ গোস্বামীয়ে তেওঁৰ 'জীৱন স্মৃতি আৰু কামৰূপী সমাজ' গ্ৰন্থত লিখিছে :—

"আসাম বান্ধৱ প্ৰকাশ কৰাৰ সময়ত প্ৰবল উৎসাহৰ কাৰণে টকাকড়িৰ ফালৰ পৰা কোনো চিন্তা কৰা নাছিলোঁ। ভাবিছিলোঁ কাগজ ওলালে গ্ৰাহকৰ পৰা টকা পাম, কাগজ চলি থাকিব। কাগজ ওলালে যে অনেকে কিনি নপঢ়ে আৰু অনেকে বাকীকৈ কিনি পাছত টকা নিদিয়ে আৰু অনেকে টকা দিবৰ সময়ত টকা নিদিবৰ কাৰণে নানা চল-ছুতা উলিয়াই, এইবোৰ কথা আমাৰ সম্পূৰ্ণ অজ্ঞাত আছিল। গতিকে 'আসাম বান্ধৱ'ৰ অৰ্থ-কৃচ্ছ্ৰতা উপস্থিত হ'ল। মোৰ আৰু সম্পাদক চক্ৰবৰ্ত্তীৰ আৰ্থিক অৱস্থাও ভাল নাছিল। দামো আসাম বান্ধৱৰ প্ৰতি সংখ্যাত মাত্ৰ দুই আনা আছিল।

"এনে অৱস্থাত পৰি 'আসাম বান্ধৱ'ৰ প্ৰকাশ অনিয়মিত হব ধৰিলে। এই কথা জানিব পাৰি স্বনামধন্য হৰিকৃষ্ণ দাস ডাক্তৰ মহাশয়, ৰায়বাহাদুৰ কালিৰাম মেধি এম এ তত্ত্বনিধি, ভাৰত চন্দ্ৰ দাস বি এ প্ৰভৃতিয়ে উপযাচি যোগ দিলে। তেওঁলোক তেতিয়া সকলোৱে চৰকাৰী কাৰ্য্য সূত্ৰে ডিব্ৰুগড়ত লগ লাগিছিল। তেওঁলোকে এখন বোৰ্ড কৰি

'আসাম বান্ধৱ'ৰ আৰ্থিক দায়িত্ব গ্ৰহণ কৰি 'আসাম বান্ধৱ'ৰ অফিচ ডিব্ৰুগড়লৈ তুলি নিলে। লগতে সম্পাদকেও ছুটি লৈ ডিব্ৰুগড় পালে গৈ। ডিব্ৰুগড়ত বায় চাহাব গজাৰাম চৌধুৰী 'আসাম বান্ধৱ'ৰ প্ৰকাশক আৰু তেওঁৰ ঘৰতে অফিচ আৰু সম্পাদকৰ থকা ঠাইও নিৰ্দিষ্ট হ'ল।"৬

'আসাম বান্ধৱ' প্ৰকাশৰ বাবে কালিৰাম মেধি, ভাৰতচন্দ্ৰ দাস আৰু ডাক্তৰ হৰিকৃষ্ণ দাসে আৰ্থিক সহায় আগবঢ়াইছিল। কালিৰাম মেধিয়ে নিজে আৰ্থিক সহায় আগবঢ়োৱাৰ উপৰিও তেওঁৰ পত্নী মোক্ষদা সুন্দৰীৰ নামেৰে টকা ধাৰে দি সহায় কৰিছিল।

আসাম বান্ধৱ

Nowgong Registered No D—84

জমা—

জমা কালিৰাম মেধি ধাৰ
দিয়ে ১২/১০/১০— ৩৲

কালিৰাম মেধি
ধাৰ দিয়ে ১৩/১০/১০— ১৲

১৭/১০/১০
শ্ৰীযুত হৰিকৃষ্ণ ধাৰ দিয়ে ২০
,, ভাৰত চন্দ্ৰ ,, ১০
,, কালিৰাম ,, ১১
৪১

১৯/১০/১০
শ্ৰীযুত ভাৰত চন্দ্ৰ দাসে
ধাৰ দিয়ে— ৫

খৰছ—

১২/১০/১০
ছপা আসাম বান্ধৱৰ পাৰ্ছেল
পাৰ্ছেল ছুটা বিহাবাৰীলৈ
গুৱাহাটীলৈ ভাৰা — ২॥০

বিহাবাৰীৰ পৰা
গাড়ীৰ ভাৰা ॥০

৩৲

১৩/১০/১০
১৭/৩ বৈঠকখানা
বজাৰলৈ শ্ৰীযুত তাৰানাথ
চক্ৰবৰ্ত্তীৰ নামে টেলিগ্ৰাম
এখন পঠোৱা— ৸৶

১৭/১০/১০
শ্ৰীযুত তাৰানাথ চক্ৰবৰ্ত্তীৰ
কলিকতাৰ পৰা পঠোৱা
টেলিগ্ৰামৰ মৰ্মমতে

৬ জীৱন স্মৃতি আৰু কাষৰৰী সমাজ —পণ্ডিত প্ৰতাপচন্দ্ৰ গোস্বামী

| | | | |
|---|---|---|---|
| ২০/১০/১০ | | শ্ৰীযুত নীলমণি ফুকন বি এ ৰ | |
| শ্ৰীযুত কালিৰাম মেধি— | ১৲ | নামে ১৭ ও ওল্ড বৈঠক খানা | |
| | | 2nd Lana ঠিকনাত টেলিগ্ৰাম | |
| | | কৈ ৪০৲ টকা পঠোৱা হয়। | |
| | | খৰছৰ লগত মুঠ— | ৪০৷৵০ |
| | | ১৯/১০/১০ | |
| | | ষ্টিল ট্ৰাঙ্ক ১টা | ৫৵০ |
| | | ডিক্লেৰেচনৰ লগত জামিনৰ | |
| | | পৰা মুক্ত পাবলৈ দিয়া দৰ্খাস্তৰ | |
| | | খৰছ— | ৷৩ |
| ২৮.১০.১০ | | ২৮.১০ ১০ | |
| শ্ৰীকালিৰাম মেধি | | ডিক্লাৰেছনৰ নকল লবলৈ | |
| ধাৰ দিয়ে | ১।৶৬ পাই | দিয়া খৰছ লগত | ৩৷৶৯ পাই |
| ১.১১ ১০ | | | |
| ধাৰ ময় দিছে | ৶৬ | ১.১১.১০ | |
| ১১.১১.১০ | | ডিক্লেৰেছন কলিকতালৈ | |
| ডাক্তৰে ধাৰ দিয়ে | ।৵০ | ৰেজিষ্টাৰী পঠোৱা | |
| ২৩.৩.১২ | | হয় | ৶৩ |
| মোক্ষদা সুন্দৰী | | ১১.১১ ১০ | |
| ধাৰ দিয়ে | ৫০ | Letter Copy Book | ।৵০ |

কালিৰাম মেধিৰ পুৰণি ফাইলৰ মাজত পোৱা আৰু নিজ হাতেৰে লিখা উক্ত জমা খৰছৰ হিচাপৰ পৰা 'আসাম বান্ধৱ' প্ৰকাশত কালিৰাম মেধি, ভাৰতচন্দ্ৰ দাস আৰু ডাক্তৰ হৰিকৃষ্ণ দাসে আগবঢোৱা সহায়ৰ কথা অনুমান কৰিব পাৰি। ডাক্তৰ হৰিকৃষ্ণ দাস ডিব্ৰুগড বেৰী হোৱাইট মেডিকেল স্কুলৰ অধ্যক্ষ।

ডিব্ৰুগড়ত মেধিয়ে বাস কৰিছিল ৰায় চাহাব গঙ্গাৰাম চৌধুৰীৰ ভাৰা ঘৰত। নক ভায়েক দীননাথ মেধি আৰু সম্বন্ধীয়া ভায়েক হৰমোহন মেধি তেওঁৰ লগতে থাকি ডিব্ৰুগড হাইস্কুলত পঢ়িছিল। ডিব্ৰুগডতে তেওঁৰ কন্যা বিদ্যুৎপ্ৰভাৰ জন্ম।

## তুৰা।

কালিৰাম মেধিয়ে ডিব্ৰুগড়ৰ পৰা গাৰো পাহাৰৰ তুৰালৈ ই এ চি স্বৰূপে বদলি

হয়। সেই সময়ত গাৰো পাহাৰ আৰু খাছিয়া জয়ন্তীয়া পাহাৰ অসমৰ ভিতৰত আছিল। এতিয়া সেই দুখন জিলালৈ মেঘালয় ৰাজ্য গঠন কৰা হৈছে।

মেধি ডাঙৰীয়াই তুৰাত ই এ চি স্বৰূপে কাম কৰা কাল সৰহ দিন নহয়। ১৯১২ খৃঃৰ ২৩ জুলাইৰ পৰা ১৯১৩ খৃঃৰ নবেম্বৰ মাহলৈকে। ১৯১৩ খৃঃৰ ৭ই নবেম্বৰত তেওঁ গোলাঘাটলৈ বদলি হৈছিল। গোলাঘাটতো তেওঁ সৰহ দিন থকা নাছিল। তাৰপৰা ১৯১৪ খৃঃ ৰ ২৫ অক্টোবৰত তেওঁ গোৱালপাৰালৈ বদলি হয়।

তেতিয়াৰ দিনত তুৰালৈ যোৱা পথ দুৰ্গম। গোৱালপাৰাৰ পৰা ধৌমাৰীলৈ জাহাজেৰে যাব লাগে। ধৌমাৰীৰ পৰা তুৰালৈ যোৱা বাহন গৰু গাড়ী। পদ্মনাথ গোহাঞি বৰুৱাই নববিবাহিত পত্নীক লৈ গৰু গাড়ীৰে কহিমালৈ যোৱা বৰ্ণনা তেওঁৰ আত্মজীৱনীত লিপিবদ্ধ কৰিছে।

মেধিয়ে ধৌমাৰীৰ পৰা গৰুগাড়ীৰে সপৰিয়ালে তুৰালৈ গৈছিল। এই যাত্ৰা আছিল দুৰ্গম আৰু কষ্টকৰ। অসমীয়া চৰকাৰী চাকৰিয়ালৰ ভিতৰত আছিল পুলিচ ইন্সপেক্টৰ গোপালচন্দ্ৰ ফুকন। তুৰা চহৰখনো সৰু।

মেধিয়ে তুৰাত গাৰো ভাষা শিকিছিল। গাৰো ভাষাৰ এটা পৰীক্ষা দি কৃতিত্বেৰে উত্তীৰ্ণ হোৱা বাবে গবৰ্ণমেণ্টৰ পৰা এহেজাৰ টকা পুৰস্কাৰ পাইছিল।

তেওঁৰ প্ৰথম প্ৰকাশিত পুথি 'প্ৰহ্লাদ চৰিত্ৰ'খন প্ৰকাশ হয় তুৰাৰ পৰাই। হেম সৰস্বতী ৰচিত 'প্ৰহ্লাদ চৰিত্ৰ'খন সম্পাদনা কৰি বৰপেটাৰ দুতীৰাম মেধিৰ দ্বাৰা শাস্ত্ৰ প্ৰকাশ যন্ত্ৰত ছপা কৰিছিল। সম্পাদিত পুথিখনৰ দীঘলীয়া পাতনিত হেমসৰস্বতীৰ সময় আৰু পুথিখনৰ গুণাগুণ সম্পৰ্কে দীঘলীয়া ভাবে আলোচনা কৰিছে।

## গোলাঘাট ॥

তুৰাৰ পৰা মেধিয়ে গোলাঘাটলৈ বদলি হৈ আহিছিল। গোলাঘাটত তেওঁৰ কাৰ্য্যকাল সৰহ দিন নহয়—এবছৰ চাৰি মাহ মানহে ( ২০ জুন ১৯১৩—২৫ অক্টোবৰ ১৯১৪ )।

গোলাঘাটত চৰকাৰী বাসভৱন নথকাত মেধিয়ে এটা ঘৰ ভাৰালৈ বাস কৰিছিল। ঘৰটোত সোমাবৰ দিনাখনেই মেধিৰ মনত এটা সন্দেহৰ ভাব জাগিছিল। তেওঁৰ সেই সন্দেহ অমূলক নহয়। প্ৰথম দিনাই তেওঁৰ ঘৰত চুৰ হল। ঘৰৰ আন বস্তু-বাহানিৰ লগতে কাপোৰ-কানিও লৈ যায়। মেধিৰ এটা ধুনীয়া পাগুৰি আছিল। চোৰে আন বস্তুৰ লগতে পাগুৰিটো লৈ যায়। পাগুৰিটোৰ এটা চুকত K. Medhi বুলি লিখা আছিল। পিছত এই পাগুৰিটোত লিখা K. Medhiৰ বাবেই চোৰ ধৰা পৰে।

গোলাঘাটত মেধিৰ ওচৰলৈ সঘনে আহিছিল কীৰ্ত্তিনাথ শৰ্মাবৰদলৈ। তেওঁৰ লগত

বহি বহি স হিত্যৰ আলোচনা কৰিছিল। ভৈৰবচন্দ্ৰ খাটনিয়াৰ সেই সময়ত গোলাঘাটত। তেওঁ মেধিৰ ৰবপুত্ৰ ৰামভদ্ৰ মেধিক ঘৰতে পঢ়ুৱাইছিল। পাচুগোপাল মুখাৰ্জী সেই সময়ত গোলাঘাটত ই এ চি।

গোলাঘাটলৈকো সেই সময়ত যাতায়াতৰ বৰ অসুবিধা। গোলাঘাটৰ লগত পোনপতীয়া ৰেলৰো সংযোগ হোৱা নাই। একমাত্ৰ বাহন গৰু গাড়ী। বেণুধৰ ৰাজখোৱাই শিৱসাগৰৰ পৰা গোলাঘাটলৈ বদলি হৈ আহোতে তিনিখন গৰু গাড়ীত মালপত্ৰ বোজাই দি সমদল যাত্ৰা কৰি আহোতে তিনি দিন লাগিছিল।

মেধি গোলাঘাটত থকা সময়তে ৰামদিয়াৰ গাৱঁৰ ঘৰত দেউতাক ভৃকলি মেধিৰ ১৯১৪ খৃঃত মৃত্যু হয়। পিতৃৰ শ্ৰাদ্ধ কৰিবলৈ তেওঁ ৰামদিয়ালৈ আহিছিল। পিতৃশ্ৰাদ্ধত তেওঁ ওজাপালি ভাওনা কৰিছিল।

## গোৱালপাৰা॥

কালিৰাম মেধিয়ে চৰকাৰী বিষয়া স্বৰূপে সৰহ কাল অতিবাহিত কৰিছিল গোৱালপাৰা আৰু মঙ্গলদৈত। দুয়োখন ঠাইতে তেওঁ দুবাৰকৈ কাম কৰিছিল। জীৱনৰ ভাটি বয়সত সুদীৰ্ঘকাল কাম কৰা বাবে গোৱালপাৰা আৰু মঙ্গলদৈৰ কাৰ্য্যকাল কৃতিত্বপূৰ্ণ।

কালিৰাম মেধিৰ কাৰ্য্যকাল গোৱালপাৰাতেই সৰহদিন। প্ৰথমবাৰ ১৯১৪ খৃঃৰ পৰা ১৯২৪ খৃঃলৈ সুদীৰ্ঘ দহ বছৰ কাল। আৰু দ্বিতীয়বাৰ ১৯৩১ খৃঃৰ পৰা ১৯৩৪ খৃঃ লৈকে।

গোৱালপাৰা চহৰ আৰু জিলাখন এখন প্ৰাচীন ঐতিহ্যবহনকাৰী। ১৮৭৯ খৃঃ লৈকে গোৱালপাৰা চহৰেই আছিল জিলাখনৰ সদৰ ঠাই। ইয়াৰ পিছত জিলাৰ সদৰ ঠাই ধুবুৰীলৈ স্থানান্তৰ কৰা হয়। ১৮৭৮ খৃঃত গোৱালপাৰা পৌৰসভাৰ জন্ম। ধুবুৰী পৌৰসভাৰ জন্ম ১৮৮৪ খৃঃত।

১৭৬৫ খৃঃৰ পৰা বঙ্গদেশত মুছলমান শাসনৰ ওৰ পৰিল। সেই সময়ত গোৱালপাৰা অঞ্চলো আছিল মোগলৰ অধীন। মোগলৰ শাসনৰ অন্ত পৰাত গোৱালপাৰা অঞ্চল ইষ্ট ইণ্ডিয়া কোম্পানীৰ অধীনলৈ গল। প্ৰথমতে এই অঞ্চল ৰংপুৰ জিলাৰ অন্তৰ্গত আছিল। ১৮২২ খৃঃৰ পৰা ই এখন স্বকীয়া জিলাত পৰিণত হয় আৰু ইয়াৰ নাম হয় উত্তৰ পূৰ ৰংপুৰ জিলা। আসাম ডিষ্ট্ৰিক্ট গেজেটিয়াৰত আছে—

"The permanently settled portion was originally part of the district of Rangpur.

In 1822 it was formed into a separate district known as North

East Rangpur which together with the Garo Hills frontier was placed in charge of Mr. David Scott one of the first and greatest of our administration of the North East Frontier. After the cession of Assam 1826, Goalpara was annexed to the Assam Valley Division but in 1867 was transfered to the newly created Kooh Bihar Commissioner ship. In the following year it was placed for judicial purpose under judicial commission of Assam and it was finally incorporated in the new province. When Assam was erected into a separate administration in 1874. The head quarter originally was at Goalpara but were transferred to Dhubri in 1879.[১]

আদিতে গাৰো পাহাৰ অঞ্চলৰ শাসন চলোৱা হৈছিল গোৱালপাৰাৰ লগত চামিল কৰি। গোৱালপাৰাৰ অন্তৰ্গত বঙ্গাল হাট বা হাদিৰা চকীত আহোম ৰজাৰ এজন দুৱৰীয়া বৰুৱা আছিল। এসময়ত হলিৰাম ঢেকিয়াল ফুকন আছিল দুৱৰীয়া বৰুৱা। তেওঁৰ পুত্ৰ আনন্দৰাম ঢেকিয়াল ফুকন গোৱালপাৰাত প্ৰথম অসমীয়া চব এচিষ্টেণ্ট, আজিকালিৰ ই এ চি।

গুণাভিৰাম বৰুৱাই কিছুকাল ১৮৬০ খৃঃৰ পৰা গোৱালপাৰাত মুন্সিফ স্বৰূপে কাৰ্য নিৰ্বাহ কৰিছিল। তেওঁ দ্বিতীয়বাৰ গোৱালপাৰালৈ আহে ১৮৬৯ খৃঃ ত। ১৮৭২ খৃঃ ত গুণাভিৰাম বৰুৱাই পৰশুৰাম বৰুৱাৰ বিধবা পত্নী বিষ্ণুপ্ৰিয়াক ব্ৰাহ্ম ধৰ্ম মতে ধুবুৰীতে ৰেজিষ্টাৰী কৰি বিয়া পাতে। এইখনেই অসমৰ প্ৰথম ৰেজিষ্টাৰী বিয়া।

উনবিংশ শতিকাত অসমত ছপাশাল আঙুলিৰ মূৰত লেখিব পৰা কেইটামান মাত্ৰ, আসাম বেপ্টিষ্ট মিছন প্ৰেছ শিৱসাগৰ, ধৰ্ম প্ৰকাশ যন্ত্ৰ মাজুলী, সনাতন ধৰ্মযন্ত্ৰ বৰপেটা, চিদানন্দ প্ৰেছ গুৱাহাটী, আসাম নিউজ প্ৰেছ গুৱাহাটী, হিতসাধিনী ( হিতবিধায়িনী ) যন্ত্ৰ গোৱালপাৰা।

১৮৭৬ খৃঃত 'গুৱালপাৰা হিত সাধিনী' নামৰ এখন বাতৰি কাকত প্ৰকাশ হৈছিল। গোৱালপাৰাৰ হৰিপ্ৰসাদ নাথে প্ৰথমতে 'কাণখোৱা' পুথিখন ১৮৭৫ খৃঃ ত ছপা কৰিছিল। পুথিখনৰ লগতে এটি বঙলা গল্প অনুবাদ সংযোগ কৰিছিল। সেইসময়ত গোৱালপাৰা হিতসাধিনী যন্ত্ৰত ৰমাকান্ত চৌধুৰীৰ 'অভিমন্যু বধ', আনন্দৰাম ঢেকিয়াল ফুকনৰ 'অসমীয়া লৰাৰ মিত্ৰ' প্ৰভৃতি ভালেমান পুথি ছপা কৰিছিল।

---

১ B. C. Allen C. S.: Assam District Gazetteer Vol III. Goalpara, 1908.

গোৱালপাৰা চহৰ আৰু গোৱালপাৰা জিলা নানান দিশত অতীত ঐতিহ্যৰে মহিমামণ্ডিত। গোৱালপাৰা জিলাখনত মঠ মন্দিৰ আৰু পুৰণি কীৰ্তি চিনেৰে ভৰা। বিজনী, মেছপাৰা, গৌৰীপুৰ, পৰ্বতজোৱাৰ, ৰূপসী, বিলাসীপাৰা প্ৰভৃতি জমিদাৰী গোৱালপাৰা জিলাতে।

ভাৰতবৰ্ষৰ গৱৰ্নৰ জেনেৰেলৰ নিৰ্দেশ ক্ৰমে পূৰ্ব ভাৰতৰ এটি বিৱৰণ দিয়াৰ ভাৰ পৰিছিল Francois Hamilton ৰ ওপৰত। তেওঁৰ আচল নাম Dr. Francois Buchanan পিছত Francois Hamilton নামেৰে জনাজাত হয়। তেওঁ যুগুতোৱা বিৱৰণকে লণ্ডনৰ ইণ্ডিয়া অফিচ লাইব্ৰেৰীৰ পৰা সংগ্ৰহ কৰি ডক্টৰ সূৰ্য্যকুমাৰ ভূঞাই An Account of Assam নামদি ১৯৪০ খৃঃ ত প্ৰকাশ কৰিছিল।

হেমিলটন গোৱালপাৰা পাৰ হৈ অসমৰ মাজলৈ আহিব পৰা নাছিল। ১৮০৮ খৃঃ ৰ পৰা ১৮১৪ খৃঃলৈকে ৰংপুৰ আৰু গোৱালপাৰাত বাস কৰি পূৱপিনৰ পৰা যোৱা নানান মানুহক লগধৰি হেমিণ্টনে তথ্য সংগ্ৰহ কৰিছিল। তেওঁৰ বিৱৰণৰ পৰাই জনা যায় সেই সময়ত বহুতো ইংৰাজ আৰু বিদেশী লোক গোৱালপাৰা আৰু যোগীঘোপাত বাস কৰিছিল।

'A good many Europeans both English and foreigners formerly settled at Goalpara and Yogighopa.'[৮]

বহুদিনৰে পৰা কালিৰাম মেধিক গোৱালপাৰা জিলাৰ অতীত ঐতিহ্যই দৃষ্টি আকৰ্ষণ কৰিছিল। তেওঁ গোৱালপাৰালৈ অহাৰ কিছুদিন পিছতে ৰচনা কৰিছিল 'গোৱালপাৰাৰ প্ৰাচীন কীৰ্ত্তি' নামৰ এটি প্ৰবন্ধ।

১৯১৪ খৃঃ ৰ ২৫ অক্টোবৰত তেওঁ ই এ চি ৰূপে গোৱালপাৰাত যোগদান কৰিছিল। প্ৰধানকৈ তেওঁৰ দায়িত্বত পৰিল হাবৰাঘাট পৰগণা আৰু গোৱালপাৰা চহৰৰ মাটি বন্দোবস্তীৰ (Settlement) কাম। জমিদাৰী আৰু আন মাটি কোনে কিমান খাইছে তাৰ হিচাপ নাই। খাজনা যিমান দিয়ে তাতকৈ ভোগ দখল কৰা মাটিৰ পৰিমাণ বেছি। মেধিয়ে নিজে তদন্ত কৰি এনেবোৰ গোলমলীয়া মাটিৰ সঠিক খাজনা আদি নিৰ্ণয় কৰিছিল। গোৱালপাৰা চহৰখনো তেওঁ নতুনকৈ বন্দোবস্তীৰ কাম কৰে। গোৱালপাৰাৰ আশেপাশে কিছুমান গোৱাল আছিল। তেওঁলোকে বহুতো মাটি ভোগদখল কৰে যদিও মাটিৰ খাজনা, কৰ নিদিয়ে। সিহঁতৰ মতে 'সিহঁত গো-পো মুক্ত' (They are milk man, they are not liable to pay rent)।

---

৮ Francis Hamilton—An Account of Assam: ed Dr. S. K. Bhuyan 1940. P. 42

কিন্তু মেধিৰ বিচাৰ সেইটো নহয়। নামচাম হলেও চৰকাৰৰ ঘৰত কিছু কৰ দিবই লাগিব। চৰকাৰী মাটিৰ মূল্যবান গছবোৰ জধে মধে কাটি পেলোৱাটো তেওঁ নিবিচাৰিছিল। ইয়াৰ বাবে প্ৰয়োজনীয় কৰ দিবই লাগিব। এয়েই মেধিৰ সিদ্ধান্ত।

গোৱালপাৰালৈ ই এ চি হিছাপে আহোঁতে প্ৰথমবাৰ বাস কৰিছিল বজাৰৰ ওচৰৰ এটি কাঠৰ দুমহলীয়া ঘৰত। সেই সময়ত কাষতে হস্পিটেলখন আৰু ওচৰতে স্কুল এখন। তেওঁৰ ঘৰটোৰে এটা অংশত কিছুদিন খগেন কৰক থাকিবলৈ দিছিল। সেই সময়ত খগেন কৰ ডেকা আইন ব্যৱসায়ী। মেধিয়ে খগেন কৰৰ পৰা কোনো ভাৰা লোৱা নাছিল।

গোৱালপাৰাত মেধি বহুবছৰ বাস কৰিছিল ছন্দৰীয়াৰ ঘৰটোত। ছন্দৰীয়াৰ ঘৰটো গোৱালতলীৰ ওচৰতে। ৰাস্তাটোৰ সিপাৰে সমুখত বলধমাৰী চৰ। কাষেৰে এটা ব্ৰহ্মপুত্ৰৰ সুঁতি বৈ গৈছে। বাৰিষা পানীৰে ভৰি পৰিলে সাগৰ সদৃশ হয়। ঘৰটো টিনৰ চাৰিচলিয়া ওপৰত টুপ দিয়া। ভেটিটো বেচ ওখ। উঠানমা কৰা চিৰিটো হাতীশুৰীয়া পাকখোৱা। গোৱালপাৰাত পানীৰ বৰ অভাৱ। কুঁৱাৰ সংখ্যা বৰ কম। মেধিয়ে নৈৰ পানীকে খাইছিল। এইটো ঘৰতে মেধিৰ কন্যা বত্নাৰ জন্ম।

গোৱালতলীৰ ঘৰটোতে তেওঁৰ প্ৰথমা কন্যা কাদম্বৰী মেধিৰ ডিব্ৰুগড়ৰ বিনন্দী মেধিৰ লগত বিয়া হয়। দৰা আহিছিল জাহাজেৰে। গোৱালপাৰাত সেইসময়ত মটৰ গাড়ী নাছিল। কনকলাল বৰুৱা গোৱালপাৰাৰ মহকুমাধিপতি। তেওঁৰ এখন ফিটন গাড়ী আছিল। এই ফিটন গাড়ীখনেৰে জাহাজ ঘাটৰ পৰা দৰা আদৰি আনিছিল।

১৯২১ খৃঃ ত মেধিয়ে গোৱালপাৰা চহৰৰ মাটি বন্দোবস্তীৰ কাম কৰিছিল। তাৰ পিছত আৰু গোৱালপাৰা চহৰৰ চেটেলমেণ্টৰ কাম হোৱা নাই।

তেওঁ বিজনী ৰাজ্যৰ হাবৰা ঘাট পৰগণাত চেটেলমেণ্টৰ কাম কৰা সময়তে এবাৰ ৰাণী অভয়েশ্বৰীক দেখা কৰিব লগা হয়। ৰাণীক যেনে তেনেকৈ দেখা কৰিব নোৱাৰি। ৰাণীক দেখা কৰাৰ নীতি-নিয়ম আছে। এখন লোহাৰ চিক দিয়া পৰ্দা। ইপাৰে মেধি সিপাৰে ৰাণীমা। মেধিয়ে কব লগা কথাখিনি ৰাণীমাক উদ্দেশ্য কৰি কয় আৰু ৰাণীমাই দিব লগা উত্তৰ পৰ্দাৰ সিপাৰৰ পৰা এজন বিষয়াৰ মুখেৰে কৈ পঠিয়ায়। তেনে ভাৱেই কাৰ্য সমাধা কৰি মেধি উভতিল।

গোৱালপাৰাত মহকুমাধিপতিৰ বঙলা আছিল হলুকন্দা পাহাৰৰ ওপৰত। হলুকন্দা পাহাৰ চহৰৰ গাতে লগা পুব দিশত। বঙলাটো একেবাৰে ওপৰত। বঙলাটোৰ পৰা গোৱালপাৰা চহৰখন ভালদৰে দেখা যায়। পুব পিনে দেখা যায় ব্ৰহ্মপুত্ৰ নদখন। খৰালি সুবিস্তৃৰ্ণ চাপৰিৰে সৈতে মাজত এখন বগা চাদৰৰ দৰে ব্ৰহ্মপুত্ৰ নদ। আৰু বাৰিষা

হলে সাগৰ সদৃশ নদীখন। বঙলাৰ সমুখতে এখন ফুটবল পথাৰ। তেতিয়াৰ দিনত গোৱালপাৰাৰ আকৰ্ষণীয় ফুটবল খেলাবোৰ হৈছিল এইখন খেল পথাৰতে। এতিয়া আৰু সেই খেল পথাৰ নাই। তাৰ ঠাইত গজি উঠিছে বন বিভাগৰ বিবিধ গছ-গছনি।

বঙলাটো বেচ আহল বহল। সমুখত এখন দীঘল বাৰান্দা—দুইকাষে দুটা সৰু সৰু খোটালি। মাজতে তিনিটা ডাঙৰ আৰু নিলগত সংলগ্ন বান্ধনী ঘৰ, খোৱা ঘৰ, বনকৰা মানুহৰ ঘৰ। সমুখৰ একাষে মটৰ গেৰেজ, ঘোঁৰাশাল, অলপ আঁতৰত এটা 'আউত হাউচ'। চহৰৰ পৰা আঁতৰত বেচ এক নিৰ্জন পৰিবেশত এই বঙলাটো।

বঙলালৈ উঠা পথটো একাবেকা, সেন্দুৰীয়া পথ। সেই পথেৰে কনকলাল বৰুৱা, কালিৰাম মেধি প্ৰভৃতি মহকুমাধিপতি সকল খোজকাঢি অহাযোৱা কৰিছিল। পাচুগোপাল মুখাৰ্জী অহাযোৱা কৰিছিল ঘোঁৰাৰে। তাকে চাবলৈ ছুলীয়া লৰাবোৰে জুম বান্ধে। সেই বঙলাত কাম কৰিয়ে কনকলাল বৰুৱা, কালিৰাম মেধি প্ৰভৃতিয়ে মহকুমা পৰিচালনা কৰাৰ উপৰিও সাহিত্য চৰ্চা আৰু অধ্যয়নত সদায় ব্যস্ত আছিল।

হুলুকন্দা পাহাৰৰ সেই বঙলা আজি পৰিত্যক্ত। কেউপিনে হাবি-বননিৰে ভৰা ঘৰটোৰ দৰ্জা খিৰিকি এখনো নাই। চুৰ কৰিছে। পিচপিনৰ টিনবোৰ উঠাই নিছে। এতিয়াও ঘৰটো সহজতে ব্যৱহাৰৰ উপযোগী কৰি তুলিব পৰা অৱস্থাত আছে। কিন্তু সেই বিষয়ে কোনো মানুহৰে কাণ সাৰ নাই। ওচৰতে থকা চতিয়ানা, আতলচ আৰু খেজুৰ গছ কেইজোপাই আজিও সেইটো ঘৰত মানুহ থকাৰ সাক্ষ্য বহন কৰি আছে।

মেধিৰ লগত বাহিৰাম পিয়ন সততে আছিল। ইয়াৰ উপৰিও আছিল দুজন চাপ্ৰাচী—নীল মামুদ আৰু ইয়াৰ মামুদ। সন্ধিয়া হলে নীলমামুদ আৰু ইয়াৰ মামুদ আগে আগে লেম এটি হাতত লৈ বাট দেখুৱাই যায় কালিৰাম মেধিক।

মেধিৰ চৰকাৰী হাতীটোৰ হাতী মাউত আছিল দমন সিং বৰ্মন। দমন সিং বেচ গাঠলু লোক। দমন সিং থাকিলে আৰু কোনো ভয় নাই। যেনে শকত-আৱত লোক কামবোৰ তেনে ভাবে নিখুট।

পিছত মেধিয়ে মঙ্গলদৈত মটৰ এখন কিনিছিল। গোৱালপাৰালৈ দ্বিতীয় বাৰ মহকুমাধিপতি স্বৰূপে যোৱাত গাড়ীখন নিছিল যদিও পাহাৰৰ ওপৰলৈ নিব পৰা নাছিল। তলতে ৰাখিছিল। বাট-ঘাট ভাল নহয় ঠায়ে ঠায়ে দলং নাই। সেইবাবে ঘোঁৰা হাতী চাইকেল লৈ যোৱাৰ বাহিৰে উপায় নাই। ঠায়ে ঠায়ে চাইকেল কান্ধত তুলিও নিব লগা হৈছিল। বাৰিষা কিছুমান ঠাইলৈ নাৱেৰে যাব পাৰিছিল।

গোৱালপাৰাৰপৰা ধুপধৰা ৪২ মাইল, বংজুলি, লক্ষীপুৰ ৩৫/৩০ মাইল, কৃষ্ণাই ২৫ মাইল, দলগোমা ৫ মাইল আৰু মৰনৈ ৯/১০ মাইল। মফচললৈ গলে গৰু গাড়ীত মাল-

বস্ত বোজাই দি নিজে সাধাৰণতে চাইকেল নাইবা ঘোঁৰাৰে যাব লগা হয়। দলগোমা, বংজুলি, লক্ষীপুৰ যলৈকে নাবাওক দুই তিনি ৰাতি থকাকৈ যাব লগা হয়। আজি কালি যিকোনো ঠাইলৈকে দিনটোৰ ভিতৰতে গৈ ঘূৰি আহিব পাৰি।

ধুপধৰা, মৰণৈ, কৃষ্ণাই, ৰংজুলি, আগিয়া আদিত লোকেল বোৰ্ডৰ চৰকাৰী বঙলা আছিল। ধুপধৰা, দামৰাত বহা সাপ্তাহিক হাটথন বৰ ডাঙৰ। গাৰোবিলাক এদিন আগবেলাৰ ধুপধৰা বজাৰলৈ আহিছিল।

মাজে মাজে মেধিয়ে ১১০ ধাৰাৰ মোকৰ্দমা বিচাৰ কৰিবলৈ মফচললৈ যায়। স্থানীয় ভাবে মোকৰ্দমা বিচাৰ কৰিছিল। এবাৰ মৰণৈ লৈ গৈ তেনে ভাবে মোকৰ্দমা বিচাৰ কৰিছিল। মেধি বাস কৰিছিল ডাক বঙলাত। আমজেদ আলি, বিপিনচন্দ্ৰ ঘোষ আৰু ক্ষীৰোদ মোহন সেনও আইন ব্যৱসায়ী হিছাপে গৈছিল। মেধিয়ে তেওঁলোকক কৈছিল ২ বজাৰ পৰাহে বিচাৰ আৰম্ভ কৰিব অৰ্থাৎ কোৰ্ট বহিব।

আগবেলা ভোথৰ মেধিয়ে এনেয়ে বহি নাথাকে। গাৱঁৰ বুঢ়া বয়সীয়া মানুহবিলাকক কাষলৈ মাতি আনে। গাৱঁৰ মানুহৰ পৰা সংগ্ৰহ কৰে সাপৰ মন্ত্ৰ, বিবিধ মন্ত্ৰ, গীত-মাত। ডাক বঙলাত মেধিৰ কাষত এজাক আঠুমূৰীয়া গাওঁৰ মানুহ। কাৰোবাৰ গাত গেঞ্জী এটা আছে কাৰোবাৰ সিও নাই গাৰ কাপোৰখনকে লৈ মেধিৰ কাষত বহি কথা পাতি আছে। সেইজন মেধি বিচাৰ কৰিবলৈ অহা বিচাৰক মেধি যেন নহয় এজন গৱেষকহে।

আৰু এবাৰ এনেদৰে বিচাৰ কৰিবলৈ মৰণৈলৈকে গৈছিল। লগত আইন ব্যৱসায়ী চাৰু মোহন দাস, বিপিন চন্দ্ৰ ঘোষ আৰু আমজেদ আলি।

---

K. R. Medhi

S. D O.

Tour Programme

| | | |
|---|---|---|
| 27. 11 32 | To Rangjuli | Gun Licences |
| 28. 11 33 | To Damra and back | |
| | Morning | Gun Licences |
| 29 11. 32 | To Krishnai and back. | |

---

| | |
|---|---|
| 16. 3 32 | To Sujalpara with S. D. C. |
| 17. 3 32 | Halt |
| 18. 3. 32 | North Salmara |
| 19. 3. 32 | Goalpara back. |

মেধি যোৱা বাবে মৰণৈৰ মানুহ বিলাকে যাত্ৰা কৰি দেখুৱালে। মৰণৈৰ দেৱীকান্ত দাস নামৰ মানুহ এজনে বৰ ভাল বৰগীত গাইছিল। মেধিয়ে তেওঁৰ মুখত বৰগীত শুনি মুগ্ধ হ'ল।

বিচাৰ আদিৰ কাম শেষ কৰি গোৱালপাৰালৈ উভতিল। কিন্তু দেৱীকান্ত দাসৰ বৰগীতৰ সুৰ তেওঁৰ কাণত বাজি থাকিল। চাৰু মোহন দাসৰ হতুৱাই দেৱীকান্ত দাসক হুলুকন্দা পাহাৰৰ বঙলালৈ মাতি আনিলে। মাজনিশালৈকে দেৱীকান্ত দাসে টোকাৰী বজাই দেহবিচাৰৰ গীত গালে, বৰগীত গালে। আৰু চকুদুটি মুদি মূৰ লৰাই তাল ধৰি মাজ নিশালৈকে মেধি গীত শুনি বহি থাকিল। এনে আচৰ অকল এবাৰেই নহয় মাজে মাজে দুই তিনি বাৰ আৰু বহিছিল।

গোৱালপাৰাৰ আশেপাশে থকা মঠ-মন্দিৰ, বুৰঞ্জী আৰু পুৰাতত্ত্ব বিষয়ক ঠাইবোৰ তেওঁ প্ৰায়ে চাবলৈ গৈছিল। এবাৰ শ্ৰীসূৰ্য্য পাহাৰ চাবলৈ যাওতে লগত আছিল আমজেদ আলি, বিপিনচন্দ্ৰ ঘোষ প্ৰভৃতি কেইজনমান আইনজীৱি। শ্ৰীসূৰ্য পাহাৰত ভাগেমান শিলৰ মূৰ্ত্তি আছে। বুদ্ধ, দশভূজা আদি বিবিধ মূৰ্তি। আমজেদ আলিক হেনো মেধিয়ে কৈছিল শ্ৰীসূৰ্য পাহাৰ ভাস্কৰ সকলৰ ঠাই। ভাস্কৰে সেই ঠাইত বিভিন্ন মূৰ্তিবোৰ সাজিছিল।

মেজিষ্ট্ৰেট মেধিজন ডেকা উকিল সকলৰ বাবে আছিল অভিভাৱক স্বৰূপ। ভুল হলে কয়, যোৱা অহাকালি ভালদৰে পঢ়াশুনা কৰি আহিবা। হৰেশ্বৰ দাস, ৰজনী দাস, চাৰুমোহন দাস, আমজেদ আলি প্ৰভৃতি ডেকা আইন ব্যৱসায়ী। ক্ষীৰোদমোহন সেন, প্ৰিয় কুমাৰ ঘোষ, খগেন কৰ প্ৰভৃতি আন আন আইন ব্যৱসায়ী।

হৰেশ্বৰ দাসে ( প্ৰাক্তন ৰাজহ মন্ত্ৰী ) মাজে মাজে গৈ গৌৰীয় মঠত থাকে। মেধিয়ে হৰেশ্বৰ দাসক ভালদৰে মনপুতি আইন ব্যৱসায় কৰিবলৈ উপদেশ দিছিল। হৰেশ্বৰ দাসে এবাৰ ই এ চি চাকৰিৰ বাবে আবেদন কৰিছিল। ই এ চি হবলৈ হলে ঘোঁৰাত উঠিব জানিব লাগে। মেধিয়ে নিজৰ ঘোঁৰাটোকে অভ্যাস কৰিবলৈ হৰেশ্বৰ দাসক দিছিল।

হৰেশ্বৰ দাসে ১৯২৬ খৃঃ ত ৩৩০০ টকাত এখন মটৰ কিনিলে। গাড়ীখন কলিকতাৰ পৰা আনি জাহাজৰ পৰা গুৱাহাটীত নমালে। গোৱালপাৰাত মটৰ নমাৰ পৰা ব্যৱস্থা নাছিল। সেইসময়ত গুৱাহাটীত জাতীয় কংগ্ৰেছৰ অধিবেশন বহিছিল। এই অধিবেশনৰ সময়তে গুৱাহাটীৰ পৰা পাণ্ডুলৈ মানুহ অনা নিয়া কৰি প্ৰায় ৮০০ মান টকা পালে।

মটৰখন গোৱালপাৰা আৰু গুৱাহাটীৰ মাজত চলাইছিল। ভাৰা ৫ টকা। ১৬।২০ জন যাত্ৰী কঢ়িয়াব পাৰিছিল। ৰাতিপুৱা গোৱালপাৰাৰ পৰা যাত্ৰা কৰিলে সন্ধিয়া গুৱাহাটী পায়হি। ঠায়ে ঠায়ে বাহৰ দলং কেঁচা ৰাস্তা। বাৰিষা চকাত চেইন লগাই লয়। যাতে ৰাস্তাৰ পৰা পিচলি নাযায়। বাৰিষা সদায় দিন চলাব নোৱাৰিলে।

মেজিষ্ট্ৰেট হিচাপে মেধি এজন ন্যায় বিচাৰক। মেধিৰ হাতত প্ৰকৃত দোষী সাৰি যাব নোৱাৰিছিল। বহুত সাক্ষী থাকিলে দলৰ মূৰব্বী বা এজন দুজনৰ সাক্ষী লৈয়ে প্ৰকৃত ঘটনাটো বুজি লৈছিল। মোকৰ্দ্দমা বিচাৰ কৰি থাকিলে চশমাজোৰ সদাই এবাৰ মূৰতুলি চালে সাক্ষীয়ে হওক বা আচামীয়ে হওক ভয় কৰিছিল। এটা কথাত পুলিচ বিভাগে তেওঁক বৰ ভাল পাইছিল। বহু সময়ত কষ্ট কৰি পুলিচে একোটা কেচ তদন্ত কৰি দোষীক বিচাৰি উলিয়ায়। তাৰবাবে তেওঁলোকে নানান কষ্ট কৰিব লগা হয়। সময়ত জীৱনো বিপন্ন হব লগা হয়। তেনেকুৱাকৈ ধৰি বান্ধি যুগুতাই দিয়া কেচ একোটা, একোটা সাধাৰণ খুট উলিয়াই নাইবা বেনিফিট অৱ ডাউত হাকিমে খালাচ দিয়ে। পুলিচৰ পৰিশ্ৰম অথলে যায়।

কিন্তু পুলিচে ধৰি বান্ধি দিয়া প্ৰকৃত দোষী কালিৰাম মেধি বিচাৰকৰ হাতত সহজতে সাৰি যাব নোৱাৰিছিল। শাস্তি হবই হব। সেইবাবে তৰুণৰাম ফুকনৰ নিচিনা অভিজ্ঞ আইন ব্যৱসায়ী বাৰিষ্টাৰেও হেনো কব লগা হৈছিল 'মই অইন হাকিম হলে পাৰিলো হেঁতেন কিন্তু মেধি হাকিমক নোৱাৰিম।'

পুলিচ বিভাগৰ মানুহে মেধি ডাঙৰীয়াক বিচাৰক হিছাপে ভাল পাইছিল। কাৰণ মেধিয়ে বিচাৰ কৰিলে তেওঁলোকৰ পৰিশ্ৰম অথলে নাযায়। দোষীৰ শাস্তি হবই।

মেধি পিচে নীতি-নিয়মৰ ক্ষেত্ৰত কঠোৰ (Strong Principle) যদিও দয়ালু (Kind hearted)। তেওঁৰ ৰায় (Judgement —চমু আৰু সাৰমৰ্মপূৰ্ণ (Substansive) প্ৰকৃত সত্য (facts) আৰু আইনৰ ধাৰা (Laws) উলিওৱাতো মেধি সিদ্ধহস্ত।

গোৱালপাৰাত মেধিৰ বিশেষ বন্ধু আছিল সভাৰাম চৌধুৰী। চৌধুৰী মেধিৰ স্কুলীয়াদিনৰে সহপাঠী। কলিকতাত একেলগে একেটা মেচতে বাস কৰি চিটি কলেজত পঢ়িছিল। সভাৰাম চৌধুৰীৰ ঘৰ আছিল কামৰূপৰ পলাশবাৰী বাটবহাটৰ ওচৰৰ দহালিগাৱঁত। চৌধুৰীৰ বি এ পাচ কৰা নহল। পি এল পঢ়িছিল। সেইবিষয়েও পৰীক্ষা দিয়া নহল। জাপানলৈ যাবলৈ চেষ্টা কৰিছিল। সিও নহল। শেষত তেজপুৰ চৰকাৰী হাইস্কুলত শিক্ষকতা কৰিছিল।

হৰেন্দ্ৰনাৰায়ণ নাথ আছিল গোৱালপাৰা এছ ডি অ কাৰ্য্যালয়ৰ হেডক্লাৰ্ক। তেওঁৰ কন্যা সৌদামিনীক সভাৰাম চৌধুৰীয়ে বিয়া কৰাইছিল। চৌধুৰীয়ে গৈ শেষত গোৱালপাৰাতে চাকৰি কৰিলে। তেওঁৰ লগত কলিকতাত পঢ়া সৰহ ভাগ লোকে নানান চাকৰি কৰি উচ্চপদস্থ বিষয়া হ'ল। কিন্তু চৌধুৰী গোৱালপাৰাতে থাকিল। শেষত তেওঁ গোৱালপাৰতে ঘৰবাৰী সাজি স্থায়ী ভাবে বসতি কৰিলে।

চৌধুৰীৰ পত্নী সৌদামিনী চৌধুৰী আৰু মেধিৰ পত্নী মোক্ষদা মেধি দুয়ো সখী

পাতিছিল। গোৱালপাৰাত থকা কালছোৱাত সন্ধিয়া হলে তুয়ো লগ হৈ তাচ পাশা খেলে। মাজে মাজে দুইটা পৰিয়াল এক হৈ জিনাৰী নদীৰে বনভোজ খাবলৈকো গৈছিল।

অচ্যুতানন্দ পাঠক ( মাটি হাকিম ', কৰুণাধৰ বৰুৱা ( ডি আই ) হৰগোবিন্দ পাঠক ( পেন্সাৰ ) প্ৰভৃতিৰ লগতো মেধিৰ বন্ধুত্ব। আৰু একেলগে বহি তাচ পাশা খেলিছিল।

মেধিৰ আইন ব্যৱসায়ী সকলৰ লগতো সদভাব। এবাৰ কেইজনমান আইন ব্যৱসায়ীৰ লগত বনভোজ খাবলৈ মাইজাং চাহ বাগিছালৈ গৈছিল। তেওঁৰ পিয়ন বাহিৰামে এটা পহু মাৰি আনে, সকলোটিয়ে তৃপ্তিৰে খায়।

গোৱালপাৰাৰ অসমীয়া মানুহখিনিক একগোট কৰাটো মেধিৰ বৰঙনি কম নহয়। অসমীয়া মানুহখিনিক এক গোট কৰিবলৈ তেওঁ অসমীয়া অভিনয়ৰ আয়োজন কৰিছিল। ইয়াৰ আগতে গোৱালপাৰাত অসমীয়া অভিনয় হোৱা নাছিল। হৰেন্দ্ৰনাথ দাস, গোপালচন্দ্ৰ নাথ, সভাৰাম চৌধুৰী প্ৰভৃতি এক লগহৈ এচাম উদ্যোগী অসমীয়া মানুহৰ জৰিয়তে কৰিছিল অসমীয়া যাত্ৰা ভাৱনা মেঘনাদ বধ, সীতাহৰণ। ইয়াকে গহনা কৰি সজা হৈছিল আসাম ক্লাব। প্ৰথমতে আসাম ক্লাব এটি সৰু টিনৰ ঘৰ। অভিনয় কৰিছিল সমুখত চামিয়ানা টানিলৈ। পিছত চান্দা তুলি আসাম ক্লাব নকৈ সজা হয়।

গোৱালপাৰাত বছৰি শ্ৰীশঙ্কৰদেৱৰ তিথি পালন কৰা হয়। শ্ৰীশঙ্কৰদেৱৰ উৎসৱৰো সভাপতি কালিৰাম মেধি আৰু সম্পাদক আইনজীৱি চাৰুমোহন দাস।

মেধি মানুহজন বৰ সহজ সৰল অথচ গহীন গম্ভীৰ। তেওঁক গোৱালপাৰাত সকলোৱে সন্মান কৰিছিল। তেওঁক বাটে ঘাটে দেখিলেও হাত তুলি চালাম এটা দিবলৈ দ্বিধাবোধ নকৰে। তেওঁৰ নিচিনা সন্মান তেওঁৰ আগে পিচে কম হাকিমেহে লাভ কৰিছিল। গোৱালপাৰাৰ দৰে মহকুমাধিপতি স্বৰূপে তেওঁ একেই সন্মানৰ অধিকাৰী হৈছিল মঙ্গলদৈত।

চৰকাৰী কামৰ মাজতো মেধিৰ বিস্তৃত অধ্যয়ন আৰু গভীৰ জ্ঞানৰ নিদৰ্শন প্ৰকাশ পাইছিল। গোৱালপাৰাত মহকুমাধিপতি থকা কালছোৱাতে কৰাইতাৰী চৰ সম্পৰ্কে বিজনী ৰাজ্যৰ মেনেজাৰ মিঃ এম. এ. ৰহমানৰ লগত যোগাযোগ হয়। মেধিয়ে উপায়ুক্তলৈকে সেই বিষয়ে এটা টোকা দিব লগা হৈছিল। মেধিয়ে বিবৰণৰ লগতে মেপ আদি প্ৰস্তুত কৰি দিছিল। এচিয়াটিক চোচাইটি অৱ বেঙ্গল আৰু মেজৰ জেমছ ৰানেৱেল প্ৰভৃতিৰ ৰচনা আদিৰে মেধিয়ে বিবৰণ আৰু মেপ প্ৰস্তুত কৰিছিল। মিঃ ৰানেৱেল ভাৰতবৰ্ষৰ প্ৰথম চাৰ্ভেয়াৰ জেনেৰেল।

বহু সময়ত উপায়ুক্ত আদিয়ে বিচাৰৰ ৰায় দিওতেও মেধিৰ চৰকাৰী কাৰ্য্যৰ কথা উল্লেখ কৰা দেখা যায়। গোৱালপাৰাৰ উপায়ুক্ত মিঃ তেজামল আলিয়ে ১৯৩২ খৃঃ ৰ

৫ ডিচেম্বৰত বিজনী ৰাজ্যৰ হাব্ৰাঘাট পৰগণা আৰু মেছপাৰা জমিদাৰীৰ সীমা বিবাদৰ ৰায় দিওঁতে কালিৰাম মেধিয়ে ১৯১৫-১৬ খৃঃ ত কৰা মাটি বন্দোবস্তীৰ কথা উল্লেখ কৰে।

'There has been a long standing dispute regarding this common boundary between the proprietors of both the Parganas, but it came to a definite shape when in 1915-16 Sj. Kaliram Medhi surveyed 18 mauzas of Habraghat parganah.'

এবাৰ গোৱালপাৰাত পিয়নৰ দৰমহা আত্মসাৎ কৰা ঘটনা এটি মেধিৰ দৃষ্টি গোচৰ হয়। তেওঁ সত্য উৎঘাটন কৰি উপায়ুক্তক সেই বিষয়ে জনায়। শেষত এজনক বৰ্খাস্ত কৰা হয়, এজনৰ দৰমহা ৫২ টকাৰ পৰা ৪০ টকালৈ হ্ৰাস কৰা হয়। কেইজনমানৰ বিৰুদ্ধে Proceeding draw কৰা হয়। অন্যায়ৰ বিৰুদ্ধে মেধি আছিল এনেদৰে কঠোৰ।

অভয়াপুৰীলৈ এবাৰ ইনদোৰ হস্পিটেল এখন উদ্বোধন কৰিবলৈ কমিচনাৰ বেণ্টিঙ্ক চাহাব আহিছিল। সভাত যোগদান কৰিবলৈ গোৱালপাৰাৰ পৰা মেধিও আহে। ব্ৰহ্মপুত্ৰ পাৰ হৈ আহি ৰাতিটো উত্তৰ শালমাৰা ডাকবঙলাতে কটায়। উত্তৰ শালমাৰাৰপৰা তেওঁৰ লগত ডাবোগা চাইফুদ্দিন আহম্মেদ আৰু ডাক্তৰ আনন্দমোহন দাসো যায়। আতাউৰ-ৰহমান সেই সময়ত বিজনী ৰাজ্যৰ মেনেজাৰ। মেধি গৈ আতাউৰ ৰহমানৰ ঘৰতে উঠিল। উদ্বোধনী অনুষ্ঠানৰ পিছত পুনৰ শালমাৰালৈ উভতি আহিল।

আৰু এবাৰ বেণ্টিঙ্ক চাহাব অহাত বিজনীৰ বজাই বঙ্গাইগাৱঁৰ পৰা মটৰেৰে আগবঢাই আনিলে। ৰাষ্টা আছিল কেঁচা, ঠায়ে ঠায়ে বোকা পানী। বোকাত মটৰৰ চকা লাগি ধৰিল। এটা দঁতাল হাতী পঠিয়াই মটৰখন টানি উঠাই আনিলে।

সেই সময়ত মহকুমাত মহকুমাধিপতি (S. D O.) আৰু মুন্সিফ এজন। এই দুজনেই হাকিম। মুন্সিফ জনে চব ৰেজিষ্টাৰৰ কামো কৰিব লাগে। ইনকম টেক্সৰ কাম কৰিছিল হেড ক্লাৰ্কজনে। গতিকে মহকুমাধিপতিৰ ওপৰত কামৰ হেচা বেচি। মেধিয়ে কোনো গোচৰ বিচাৰ কৰি থাকোতে সন্ধিয়া লাগিলে লেম জ্বলায়ো বিচাৰ শেষ কৰিছিল।

অৱশ্যে তেতিয়াৰ দিনত আজিকালিৰদৰে বিভিন্ন ধৰণৰ কাম আৰু সমস্যা নাছিল। সেইবাবে দুজন বিষয়াই চম্ভালিব পাৰিছিল। আনহাতে এটি ডাঙৰ অসুবিধা আছিল যাতায়াতৰ। মফচললৈ ওলালে একেধাৰে ১০।১২ দিনলৈকে বাহিৰত থাকিব লগা হয়। আৰু সকলো খোৱা বস্তুকে লগত বান্ধনীসহ লৈ যাব লাগে। তেওঁৰ এটি ৰাকচ আছিল। ৰাকচটোত চামুচকে আদি কৰি বিধে বিধে ভৰাব পৰা কেবাখনো মোনা। লগত যায় বাহিৰাম পিয়ন।

সেই সময়ত গৱৰ্নৰ পৰিদৰ্শনৰ বাবে আহি সকলো কামকে পুঙ্খানুপুঙ্খ ভাবে পৰ্য্যবেক্ষণ

কৰি ৰিপোর্ট প্রস্তুত কৰিছিল। ১৯৩২ খৃঃৰ জানুৱাৰী মাহত গবৰ্নৰ পৰিদৰ্শনৰ বাবে আহি গোৱালপাৰা জিলাৰ ভালেমান ঠাইলৈ গৈ দীঘলীয়া ৰিপোর্ট প্রস্তুত কৰিছিল। ৰিপোর্টত জিলাখনৰ অর্থনৈতিক, ভৌগোলিক, আৰু প্রশাসনীয় দিশৰ এখন সুন্দৰ ছবি ফুটি উঠিছে। গবর্নৰৰ লগত মেধিও মহকুমাধিপতি হিচাপে ভ্রমণ কৰিছিল।[১]

মেধি গোৱালপাৰাত মহকুমাধিপতি থকা সময়ত গিৰিশচন্দ্ৰ বৰদলৈ, আব্বাচ উদ্দিন আহমেদ, খনীন্দ্রচন্দ্ৰ বৰুৱা প্রভৃতি গোৱালপাৰাত ই এ চি।

গিৰিশচন্দ্ৰ বৰদলৈ বিলাতৰ বাৰ্মিংহাম বিশ্ববিদ্যালয়ৰ ইঞ্জিনিয়াৰ বি এছ চি। অসমত মেকানিকেল ইঞ্জিনিয়াৰিঙৰ কোনো কাম নথকাত মুন্সিফ স্বৰূপে কাৰ্য্যনির্বাহ কৰিব লগা হৈছিল। তেওঁ হেনো আক্ষেপ কৰি কৈছিল। "মই মেকানিকেল ইঞ্জিনিয়াৰ। এতিয়া মুন্সিফৰ চাকৰি কৰো। ইয়াৰ পিছত বদলি কৰিলে মোক কিজানি চিভিল চাৰ্জন কৰিব।"

মেধিয়ে চাহাবক অনুসৰণ কৰি নিজেও লিখিছিল মেধি কালিৰাম (Medhi Kaliram)। চাহাবে উপাধি আগত লিখে। বহু বছৰ পিছত কোনোবা এজন চাহাব আহি বিচাৰিলে মেধি কালিৰাম ক'ত (Where is Medhi Kaliram) প্রথমতে মানুহে বুজি পোৱা নাছিল মেধি কালিৰামৰ অর্থ কি? পিছত অৱশ্যে জানিব পাৰিলে কালিৰাম মেধিৰ কথাকে সুচাইছে।

গোৱালপাৰাত কাম কৰি থকা সময়তে এবাৰ মেধি গৌৰীপুৰলৈ গৈছিল। গৌৰীপুৰৰ তাৰিণীপ্রিয়া চতুষ্পাঠী পুৰণি সংস্কৃত শিক্ষাৰ অনুষ্ঠান। ১৮৩৪ খৃঃ ত গৌৰীপুৰৰ জমিদাৰ প্রতাপ নাৰায়ণ চৌধুৰীয়ে এই অনুষ্ঠান স্থাপন কৰিছিল। গৌৰীপুৰলৈ আহোতে মেধিয়ে তাৰিণীপ্রিয়া চতুষ্পাঠীৰ অধ্যাপক লক্ষীপতি তৰ্ক শাস্ত্রীক লগ ধৰি পুৰণি ধৰ্মপুথি আদিৰ কথা আলোচনা কৰিছিল। ইয়াতে তেওঁ কেবাখনো সাঁচিপতীয়া পুথি সংগ্ৰহ কৰে।

দুৰ্গেশ্বৰ শৰ্মাই লক্ষীপতি তৰ্ক শাস্ত্রীক কালিৰাম মেধিৰ সম্পর্কে কৈছিল, মেধি অকল পুৰণি পুথি অনুসন্ধানতে ব্যস্ত হৈ থকা নাই, তেখেতে প্রাচীন সংস্কৃত সাহিত্য, বেদ, উপনিষদ আদিও বিশেষ ভাবে চৰ্চা কৰি আছে। আৰু এই সম্পর্কে যথেষ্ট জ্ঞানৰো অধিকাৰী হৈছে।"

---

১ January 16th 1932—After interviews I left for Lakhipur accompanied by the Deputy Commissioner Mr. Deshai, S. D. O Mr K. R Medhi, Mr. Pannel Executive Engineer and S. P., Mr. K. R. Chaudhury. Mr. R. Ahmed the permanent S. P. is on leave.

Tour of His Excellency The Governor of Assam.

মেধিয়ে গোৱালপাৰাত মহকুমাধিপতি হিছাপে দুবাৰ কাৰ্য্যনিৰ্বাহ কৰিছিল। প্ৰথম বাৰ প্ৰায় তিনি বছৰ কাল। ১৯২১ খৃঃৰ ৬ চেপ্টেম্বৰৰ পৰা ১৯ ৪ খৃঃৰ ৬ এপ্ৰিললৈকে। পিছত তেওঁ মঙ্গলদৈত মহকুমাধিপতিৰ কাৰ্য্যভাৰ গ্ৰহণ কৰিছিল।

১৯২৬ খৃঃৰ ৭ আগষ্টৰ পৰা ১৯৩১ খৃঃৰ এপ্ৰিললৈকে তেওঁ মঙ্গলদৈৰ মহকুমাধিপতি। মঙ্গলদৈৰ পৰা তেওঁ দ্বিতীয় বাৰ গোৱালপাৰালৈ মহকুমাধিপতি হিছাপে বদলি হৈ আহে। গোৱালপাৰাত কামত যোগদান কৰাৰ পূৰ্বতে তিনিমাহ ছুটি উপভোগ কৰিছিল। মঙ্গলদৈত তেওঁৰ ঠাইত মহকুমাধিপতি নিযুক্ত হৈছিল মি. কে. পি. মাৰাৰ।[১০]

দ্বিতীয়বাৰ মেধিয়ে গোৱালপাৰাৰ মহকুমাধিপতি স্বৰূপে যোগদান কৰিছিল ১৯৩১ খৃঃৰ ৩ আগষ্টত।

## উপায়ুক্ত গোৱালপাৰা॥

গোৱালপাৰাত মহকুমাধিপতি স্বৰূপে থকা সময়তে মেধি গোৱালপাৰা জিলাৰ অস্থায়ী ভাবে উপায়ুক্ত নিযুক্ত হয়। উপায়ুক্ত স্বৰূপে তেওঁ কেইমাহমানহে কাৰ্য্যনিৰ্বাহ কৰিছিল।[১১]

গোৱালপাৰা জিলাৰ মহকুমাধিপতি আৰু জিলাৰ উপায়ুক্তসকলৰ প্ৰধান সমস্যা আছিল জমিদাৰসকলৰ মাজত থকা সীমা বিবাদ। গোৱালপাৰা জিলাত জমিদাৰী কেবাখনো। ইখন জমিদাৰীৰ লগত সিখন জমিদাৰীৰ সীমা বিবাদ আছেই।

ধুবুৰীত উপায়ুক্তৰ দায়িত্ব গ্ৰহণ কৰাৰ পিছত এবাৰ এনে এটা সীমা বিবাদৰ সমস্যা সমাধান কৰিব লগা হয়। আলোচনাত উপস্থিত থকা সকলৰ ভিতৰত গৌৰীপুৰৰ দেৱান

---

১০ The Assam Gazette

No. 1803 A. P. Kali Ram Medhi E. A. C. & S. D. O. Mangaldoi is allowed under rule 81 of the Fundamental rules leave on average pay for four months with effect from 1st April, 1931 or any subsequent date on which he may avail himself of it.

No. 4685 A. P. on return from leave K. R. Medhi E. A. C. is appointed to held of Goalpara Sub Division of the Goalpara District, 3 August, 1931.

১১. No. 938 B—In pursuance of section 4 4) of the Goalpara Tenency Act 1929 the Governor in council is pleased to empower K. R. Medhi E. A. C. & S. D. O. Goalpara to discharge the functions of a Deputy Commissioner under section 85 of the said Act. 4th April, 1933.



দেবানন্দ ভৰালী, ৰজনী চক্ৰবৰ্তী, কালিৰাম মেধি, প্ৰমোদ সেন, প্ৰভাত চেটাৰ্জ্জী

দ্বিজেন্দ্র চন্দ্র চক্রবর্ত্তী, চাপৰৰ মেনেজাৰ মিঃ এইচ এম ৰয়, পৰ্বতজোৱাৰৰ মিঃ এচ চি চক্রবর্তী আৰু এইচ চি দাসগুপ্ত, ৰূপসীৰ মিঃ জে কে ৰয়। সকলোটিয়ে আলোচনা কৰি মীমাংসাৰ সম্পূর্ণ ভাৰ দিয়ে উপায়ুক্ত মেধিক।

ধুবুৰীত উপায়ুক্তৰ উপৰিও তেওঁ চব জজৰ দায়িত্ব পালন কৰিব লগীয়া হৈছিল। তেওঁ প্ৰায়ে complain case বোৰ শুনিছিল। সেই সময়ত ধুবুৰীত আইন ব্যৱসায়ীৰ সংখ্যা ২৫।৩০ জন। আইন ব্যৱসায়ী আশু গাঙ্গুলিৰ পিতৃয়ে ধুবুৰীত প্ৰথম মটৰখন কিনিছিল। মটৰখনৰ দাম ৪ হাজাৰ টকা।

মানুহৰ প্ৰতি আছিল মেধিৰ সদভাব। প্ৰখ্যাত আইন ব্যৱসায়ী মিঃ জে এ চেটাৰ্জীৰ পুত্ৰ উপেন্দ্ৰনাথ চেটাৰ্জীও ল পাচ কৰি ধুবুৰীতে আইন ব্যৱসায়ত যোগদান কৰিলে। এই ডেকা আইন ব্যৱসায়ীজনক প্ৰথম দিনাই উৎসাহ দি মেধিয়ে সম্ভাষণ জনালে "বাবাৰ মতন হব লাগিব। I wish you success"

ধুবুৰীত থাকোতেই মেধিয়ে চিলেকচন গ্ৰেড পায়।[১২] সেই সময়ত গোৱালপাৰাত বস্তু বাহানিৰ দামৰ কথা শুনিলে সাধু কথা যেন লাগে। উত্তৰ শালমাৰাত এক পইচাত দুটা কণী অৰ্থাৎ টকাত ১২০।১৩০ টা। পাৰ চৰাই টকাত ছয় জোৰ। ভোগ চাউল অৰ্থাৎ জহা চাউল মোনে ৪ টকা, ঘি সেৰে ১৫ অনা, সৰিয়হ তেল সেৰে।৵০, মিহি চাউল মোনে ২'০০।২'৫০ টকা। দুধ টকাত ২০।২৫ সেৰ। গোৱালপাৰাত বৌমাছৰ মূৰ আৰু ফিচা কাটি একেলগে বেচিছিল। দাম ৪ অনা।

**মেছপাৰা।**

মেছপাৰা গোৱালপাৰা জিলাৰ প্ৰখ্যাত জমিদাৰী। লক্ষ্মীপুৰ মেজপাৰাৰ ৰাজধানী বা সদৰ ঠাই। মেছপাৰাৰ মাটীকালি ৫৫৫০ বৰ্গ মাইল।

মেছপাৰা জমিদাৰৰ আদি পুৰুষ থানা কমললোচন। তেওঁৰ পিছত ক্ৰমে শোভাৰাম, লক্ষ্মাৰাম, ৰণৰাম আৰু মহীৰাম। মহীৰামৰ পিছত পৃথ্বীৰাম চৌধুৰী। তেওঁৰ নামেৰেই গোৱালপাৰাত পৃথ্বীৰাম চৌধুৰী হাইস্কুল (পি আৰ হাইস্কুল)।

জমিদাৰ পৃথ্বীৰাম চৌধুৰীৰ পত্নী তিনি গৰাকী। তিনিগৰাকী পত্নীৰ পুত্ৰ সাতজন— তিলক, ভোলানাথ, লোকনাথ, খগেন্দ্ৰ, উদ্ধৱৰাম, কমলাকান্ত আৰু ভদ্ৰেশ্বৰ।

---

১২ The Assam Gazette, 1935, 13 Feb.

No. 767 A. P. Sj Kali Ram Medhi E A. C. is appointed to the selection grade in the Assam Civil Service with effect from the 25th July, 1934.

খগেন্দ্ৰ নাৰায়ণৰ পুত্ৰ নৰেন্দ্ৰ নাৰায়ণ, নগেন্দ্ৰ নাৰায়ণ, সত্যেন্দ্ৰ নাৰায়ণ, প্ৰভাত চন্দ্ৰ, তেজেন্দ্ৰ নাৰায়ণ আৰু দীনেন্দ্ৰ নাৰায়ণ। উদ্ধৱৰামৰ পুত্ৰ ৰাজেন্দ্ৰ নাৰায়ণ, যতীন্দ্ৰ নাৰায়ণ, আৰু সুৰেন্দ্ৰ নাৰায়ণ। কমলাকান্তৰ পুত্ৰ জীতেন্দ্ৰ নাৰায়ণ আৰু ভদ্ৰেশ্বৰৰ পুত্ৰ ৰবীন্দ্ৰ নাৰায়ণ চৌধুৰী। ৰাজেন্দ্ৰ নাৰায়ণ চৌধুৰী আৰু সত্যেন্দ্ৰ নাৰায়ণ চৌধুৰী ব্যাৰিষ্টাৰ।

১৯১৭ খৃঃৰ ১৭ এপ্ৰিলৰ পৰা মেছপাৰা জমিদাৰী কোৰ্ট অৱ ৱাৰ্ডচৰ অধীনলৈ যায়। মি এ. জে লেনী ( Mr. A. J. Lanie ) গোৱালপাৰাৰ জিলাৰ উপায়ুক্ত। তেওঁৱেই প্ৰথমতে জমিদাৰীৰ দায়িত্ব বহন কৰিছিল।

কিছুদিন পিছত দুৰ্গেশ্বৰ শৰ্মাক মেনেজাৰ নিযুক্ত কৰা হয়। বেথাৰাম শৰ্মা এচিষ্টেণ্ট মেনেজাৰ।

পূৰ্বৰ জমিদাৰীবিলাকৰ মাটি বন্দোবস্তী নিয়মীয়া নাছিল। ইয়াৰ ফলত খাজনা, স্থানীয় কৰ আদিৰপৰা বঞ্চিত হব লগা হৈছিল। জমিদাৰ আৰু চৰকাৰৰ সেইকথাৰ প্ৰতি দৃষ্টি নোহোৱাকৈ নাথাকিল। মেছপাৰা জমিদাৰীও সেই একেই অৱস্থাৰ সন্মুখীন হৈছিল। দুৰ্গেশ্বৰ শৰ্মা মেছপাৰা জমিদাৰীৰ মেনেজাৰ হোৱাৰ পিছত সেই আসোঁৱাহ সমূহ আঁতৰ কৰিবৰ বাবে জমিদাৰীৰ উত্তৰাধিকাৰীসকলৰ লগত আলোচনা কৰিলে। আৰু নতুনকৈ মাটি বন্দোবস্তী (settlement) কৰিবলৈ স্থিৰ কৰিলে। নতুনকৈ মাটি বন্দোবস্তী কৰাটো সহজ কাম নহয়। ইয়াৰ বাবে প্ৰয়োজন হয় অভিজ্ঞ বিষয়া। সকলোৰে চকু পৰিলে কালিৰাম মেধিৰ ওপৰত। মেধিক সেই কামত নিযুক্ত কৰাটো দুৰ্গেশ্বৰ শৰ্মাৰো প্ৰবল ইচ্ছা। ইতিমধ্যে মেধিয়ে বিজনী ষ্টেটৰ হাৱৰাঘাট পৰগণাৰ মাটি বন্দবস্তীৰ কাম নিয়াৰিকৈ কৰি সুনাম অৰ্জন কৰিছিল। মেধিয়ে পুনৰ মেছপাৰা জমিদাৰীৰ মাটি বন্দোবস্তীৰ দায়িত্ব লব লগা হল।[১৩]

মেছপাৰাৰ ৰাজধানী বা সদৰ লক্ষীপুৰ এখন সৰু চহৰ। লক্ষীপুৰ গোৱালপাৰাৰ পৰা দক্ষিণ পশ্চিম কোণত ৩০ মাইল নিলগত। চহৰ মানে জমিদাৰ পৰিয়ালৰ আবাসস্থল। চহৰখনৰ সোমাজেৰেই এটি দীঘল পোন আলিবাট। আলিবাটৰ উত্তৰ পাৰে পৰিকল্পিত ভাবে সজা জমিদাৰ আৰু পৰিয়ালৰ অট্টালিকা আৰু ৰাজবাৰী। কিছুমান পকী দুমহলীয়া টিনৰ। আলিবাটৰ দক্ষিণ পাৰে জমিদাৰৰ কছাৰী, ট্ৰেজাৰী আৰু বিবিধ বিষয়াৰ কাৰ্য্যালয়। এখন এম ই স্কুল, এখন ডাক্তৰখানা আৰু এটা টেলিগ্ৰাফ অফিচৰ

১৩. Foreign service in the Mechpara Estate from 26th January, 1919.

Extra Assistent Commissioner on time scale, from 1st December 1919.

বাহিৰে লক্ষীপুৰত আৰু আন একো নাছিল। ১৯৩০ খৃঃতহে লক্ষীপুৰ হাইস্কুল স্থাপন কৰা হয়।

বাহিৰলৈ অহা যোৱা কৰিবলৈ হাবিৰ মাজেৰে এটি সৰু কেচা আলিবাট। যাতায়াতৰ বাবে বাহন গৰুগাৰী, হাতী আৰু ঘোঁৰা।

এদিন দুই তিনিখন চৈ দিয়া গৰু গাড়ীত মালপত্ৰ বোজাই দি সপৰিয়ালে সমদল যাত্ৰা কৰি মেধি গৈ লক্ষীপুৰত উপস্থিত হ'ল। তেতিয়া লক্ষীপুৰত ডাক বঙলা সজাহোৱা নাই। ঘৰবাৰীও পাবলৈ টান। দুৰ্গেশ্বৰ শৰ্মাক জমিদাৰ পৰিয়ালৰে এটা ঘৰ দিয়া হৈছিল।

মেধিয়ে থাকিবলৈ ললে তিলক চক্ৰবৰ্ত্তীৰ ঘৰ এটি ভাৰা লৈ। ঘৰটো ৰাজবাৰীৰ পৰা বেচি দূৰ নহয়। ঘৰটো দুমহলীয়া। সমুখত এটি বাট চ'ৰা। কাষতে এটি পকি কুৱা। আৰু কাড় মাৰিলে পৰা দূৰত পায়খানা। ঘৰটোৰ ভেটি কেচা। লক্ষীপুৰ অঞ্চলত বানপানী হয়। সেইবাবে ঘৰৰ ভেটি ওখ।

কালিৰাম মেধিয়ে লক্ষীপুৰ জমিদাৰীৰ নাচিনীপাৰা ডিহিৰ আৰু জয়পুৰ ডিহিৰ মাটিবন্দোবস্তীৰ কাম কৰিছিল। নাচিনীপাৰা ডিহিৰ ৪৮ খন গাওঁৰ সৰ্বমুঠ মাটি ৫৯৪৩১ বিঘাৰ জৰিপৰ কাম কৰিছিল।

গোটেই ৰাজ্যখন নটা ডিহিত ভাগ কৰা হৈছিল। কছাৰী আছিল পাচটা জামাদাৰ হাট, লক্ষীপুৰ, চুনাৰী, বালিজানা আৰু গোৱালপাৰা। ডিহি বিলাকক গাৱঁত ভাগ কৰা হয়।[১৪]

জমিদাৰৰ মাটিৰ কোনো হিছাপ নাছিল। জোটদাৰেই হওক, দেবোত্তৰ ব্ৰহ্মোত্তৰেই হওক হিছাপত যিমান মাটি থাকে তাতকৈ বহু বেচি ভোগদখল কৰি থাকে। অথচ খাজনা পাতি দিয়াৰ কোনো মন কাণ নাই। জমিদাৰ আৰু চৰকাৰৰ লক্ষ্য হল এই মাটিবোৰৰ প্ৰকৃত হিছাপ উলিওৱা। আৰু অতিৰিক্ত মাটি সমূহৰ কৰ আদি নিৰ্দ্ধাৰণ কৰা। সেইবাবেই মেধিৰ নিচিনা এজন অভিজ্ঞ লোকৰ নিযুক্তি দিয়া হৈছিল। মেধিয়ে

---

১৪. "The entire arable area is sub-divided into 9 Dihis. Each of the dihis is divided into a number of mauzas and the mauzas in their turn into Villages. A Village is divided into a number of riotery and jot holdihgs. A Village is locally known as para. In Goalpara however there is no mauza division. A Dihi is atonce divided into Villages."

Report on the scheme of management of the Mechpara Ward's Estate.

নিয়মীয়া ভাবে চাৰ্জে কৰি লাখেৰাজ, দেবোত্তৰ, ব্ৰহ্মোত্তৰ, জোটদাৰ আদিৰ মাটিবোৰ ভাগ ভাগ কৰি উলিয়ায়। আৰু হিছাপত নথকা অতিৰিক্ত মাটি সমূহৰ খাজনা স্থানীয় কৰ আদি ঠিক কৰি দিয়ে। সীমালৈ নানান ধৰণৰ বিবাদ আছিল সেইবোৰবো ঠিক কৰি দিয়ে। এনে ভাবে মাটি বন্দোবস্তী কৰাৰ ফলত স্থানীয় কৰ ভালেখিনি বাঢ়িছিল। সেই দিনত ভাল বাট পথ নাই। হাবি জঙ্গলেৰে ভৰা। কিন্তু তেনেবোৰ দুৰ্গম ঠাইলৈকো যাবলৈ মেধিয়ে হেলা নকৰিছিল। ঘোঁৰা গৰুগাৰী আৰু কেতিয়াবা কেতিয়াবা জমিদাৰৰ ঘৰৰ হাঁতী ; এয়েই আছিল বাহন। সময়ে সময়ে দূৰণিবটীয়া ঠাইলৈ গৈ কেম্প পাতি ৫।৬ দিন থাকিব লগা হৈছিল। তেতিয়াৰ দিনত কাম কাজ কৰিবলৈ নানান ধৰণৰ অসুবিধা। কিন্তু কালিৰাম মেধি, দুৰ্গেশ্বৰ শৰ্মা প্ৰভৃতি নিষ্ঠাবান চৰকাৰী বিষয়া সকলৰ সমুখত এনেবোৰ অসুবিধাই বাধাৰ প্ৰাচীৰ স্বৰূপে থিয় দিব পৰা নাছিল।

প্ৰায় দুবছৰ কাল মেধিয়ে মেছপাৰা জমিদাৰীত মাটি বন্দোবস্তীৰ কাম কৰিছিল। ১৯২১ খৃঃ ৰ জানুৱাৰী মাহত পুনৰ গোৱালপাৰাত ই এ চি হিছাপে যোগদান কৰিছিল।

লক্ষীপুৰত থকা কৰ্মচাৰী সকলৰ বাহিৰলৈ ফুৰিবলৈ বা আন ধৰণৰ কোনো অনুষ্ঠান নাই যত অলপ আনন্দ বিনোদন কৰি জিৰণি লব পাৰে। ফুৰিবলৈকো উপায় নাই, বাটপথ ভাল নহয় কেচা লুগুলুণ্ডিয়া। সন্ধিয়া হলে বাঘ ভালুকৰ ভয়। বাৰিষা হলে ইপিনে বোকা পানী। এনে পৰিস্থিতিত ভাৰতীয় মানুহ থাকিব বিচাৰিলেও চাহাব সকলে টান পায়। মিঃ ব্ৰিগনোল্ড (H. H Brignold) নামৰ চাহাব এজন মেনেজাৰ থকা সময়তে তেওঁৰ যত্নতে স্থাপন কৰা হৈছিল লক্ষীপুৰ ক্লাব। এসময়ত মেছপাৰা জমিদাৰে ইউৰোপীয় চাহাব মিঃ ব্ৰিগনোল্ডক মেনেজাৰ নিযুক্ত কৰিছিল। মেনেজাৰ হৈ ক্লাবটো নকৈ গঢ় দিছিলে ১৯১৮ খৃঃ ত। ৰাজকোষৰ পৰা মাহে দহ টকাকৈ অনুদান দিছিলে। তেৱেঁই ক্লাবটোৰ গুৰি ধৰিছিল। ক্লাবটোৰ লগতে আছিল এটি পুথি ভঁৰাল। পুথি ভঁৰালটোত ভালেকেইখন ইংৰাজী, বঙলা আৰু অসমীয়া পুথি। এটি পুৰণি বৃটেনিকাৰ (১০ম সংস্কৰণ) সংগ্ৰহো আছিল।

লক্ষীপুৰত থকা চৰকাৰী কৰ্মচাৰী আৰু জমিদাৰৰ পৰিয়ালৰ এটি মিলন ক্ষেত্ৰ আছিল লক্ষীপুৰ ক্লাব। সন্ধিয়া হলে লগহৈ কোনো কোনোৱে টাচ পাশা খেলে, কোনোৱে কিতাপ পত্ৰ বাতৰি কাকত পঢ়ে। লক্ষীপুৰত নানান সভাসমিতিও পতা হৈছিল এই ক্লাবটোৰ জৰিয়তে। লক্ষীপুৰত থকা কালচোৱাত কালিৰাম মেধি আছিল উক্ত ক্লাবৰ এগৰাকী অন্যতম সদস্য। সদস্যসকল সময়ে সময়ে লগ হৈ ক্লাবৰ উন্নতিৰ বাবে আলোচনা কৰিছিল।

ৰাজবাৰীৰ সন্মুখতে আছিল এটি চ'ৰা ঘৰ (Out house)। এই ঘৰটোত সন্ধিয়া প্ৰায়ে বহিছিল জমিদাৰ নগেন্দ্ৰ নাৰায়ণ চৌধুৰী, যতীন্দ্ৰ নাৰায়ণ চৌধুৰী, দুৰ্গেশ্বৰ শৰ্মা আৰু কালিৰাম মেধি। ঘণ্টাৰ পিছত ঘণ্টা আলোচনা, আবেলি বহিলে কেতিয়া নিশা হয় কবকে নোৱাৰে। তেওঁলোকৰ আলোচনাৰ বিষয় বিবিধ ঐতিহাসিক তথ্য, পুৰাতত্ত্ব আৰু সাহিত্যৰ কথা। নগেন্দ্ৰ নাৰায়ণ চৌধুৰী, দুৰ্গেশ্বৰ শৰ্মা আৰু কালিৰাম মেধি তিনিও সাহিত্যিক। তিনিওৰে সাহিত্য আলোচনাৰ কেন্দ্ৰ এই আউট হাউচ বা চ'ৰা ঘৰ। এই আলোচনাক কেন্দ্ৰ কৰিয়ে তেওঁলোকে ৰচনা কৰিছিল নানা ঐতিহাসিক পুৰাতত্ত্ব বিষয়ক ৰচনা। গোৱালপাৰাৰ পুৰাতত্ত্ব ঐতিহাসিক কথাৰ কৰবাত অলপ খোকোজা লগা যেন হলেই কালিৰাম মেধি আৰু দুৰ্গেশ্বৰ শৰ্মাই লগ লাগিছিল নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ এই চ'ৰা ঘৰতে। তেওঁলোকৰ চাহ তামোল ধপাতৰ যোগান ধৰি নিৰব দৰ্শক হৈ আছিল যতীন্দ্ৰ নাৰায়ণ চৌধুৰীৰ ৯।১০ বছৰীয়া পুত্ৰ নৃপেন্দ্ৰ নাৰায়ণ চৌধুৰী।

মেজপাৰা জমিদাৰ মহাপুৰুষীয়া ধৰ্মাবলম্বী। বালিজানাৰ ওচৰত এখন মহাপুৰুষীয়া সত্ৰও আছিল। কালিৰাম মেধি নিজেও মহাপুৰুষীয়া ধৰ্মাবলম্বী।

মাজতে দুৰ্গেশ্বৰ শৰ্মা মেছপাৰাত আঁতৰি আহিল। মেধি তেতিয়া অকলশৰীয়া অনুভৱ কৰিছিল। শৰ্মাৰ এখন ফিটন গাড়ী আছিল। এই গাড়ীখনত উঠি দুয়ো ফুৰে। মাজে মাজে গোৱালপাৰালৈকো আহিছিল। গোৱালপাৰালৈ আহিবলৈ হলে তেওঁলোক প্ৰায়ে জমিদাৰৰ হাঁতীত আহে। হাঁতীত অহাটো বেচি নিৰাপদজনক। লক্ষ্মীপুৰত হাইস্কুল নথকা বাবে মেধিৰ বৰপুত্ৰ ৰামভদ্ৰ মেধিক গোৱালপাৰা হাইস্কুলত পঢ়ুৱাইছিল।

---

Proceedings of the special meeting of the Lakhipur club on 30 12 1919 in the club House Lakhipur.

1 Jatindra Nath Chaudhury, President
2. Kali Ram Medhi M. A. E. A. C. Settlement officer
3. Kumar Golap Sing
4. Betharam Sarma Rai Bahadur, Acting Manager
5. Upendra Ch. Chatterjee, Sub Assist. Sargeon
6. Akshoy Kumar Das, Head clark
7. Dinesh Roy, second clerk
8. Ghana Kanta Chakravarty, Sheristader
9. Nishi Kanta Sarkar, Compounder
10. Hem Kishori Chakravarty
11 Iswar Chandra Chakravarty

লক্ষীপুৰত কালিৰাম মেধিৰ পৰিয়াল জমিদাৰৰ পৰিয়ালৰ লগত এক হৈ আছিল। মেধি থকা সময়ত বস্তুবাহানিৰ দাম বৰ কম। গাখীৰ সেৰে এ পইছা। আনহ'তে চিকাৰৰ বাবে ৰম্য ভূমি। ঘৰৰ কাষতে পহু চিকাৰ কৰিব পাৰিছিল। কোচবেহাৰৰ মহাৰজা মাজে মাজে লক্ষীপুৰলৈ চিকাৰ কৰিবলৈ আহিছিল।

এসময়ত গোৱালপাৰা জিলা আৰু জমিদাৰৰ কাৰ্য্যালয়ৰ ভাষা আছিল বঙলা। নগেন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে তেওঁৰ আত্মজীৱনীত সেই কথাই স্পষ্টভাৱে লিখিছে। আনকি পিছত তেওঁ অসমীয়া ভাষা চৰ্চা কৰোতে প্ৰথমে দুই একে ইতিকিং কৰিছিল "মোক অসমীয়া ভাষা চৰ্চা কৰা দেখি মোৰ কোনো ওচৰ সম্বন্ধীয় আত্মীয়ই কবলৈ ইহংস্তত নকৰিলে যে মই মাতৃভাষা এৰি স্ত্ৰীৰ ভাষা চৰ্চা আৰম্ভ কৰি দিছোঁ। কথাষাৰ যে শ্লেষ আৰু বিদ্ৰুপপূৰ্ণ তাক বহলাই কবৰ দৰকাৰ নকৰে। বঙলা ভাষা শিকিলেও আৰু তেতিয়া গোৱালপাৰা কোৰ্টৰ ভাষা ( Court Language ) বঙলা থাকিলেও আমি মনে প্ৰাণে পুৰা দস্তুৰ অসমীয়া।"

নগেন্দ্ৰ নাৰায়ণ চৌধুৰীৰ পত্নী প্ৰফুল্ল বালা স্বৰ্গদেউ চন্দ্ৰকান্ত সিংহৰ নাতি যুৱৰাজ কেশৱকান্ত সিংহৰ কন্যা। ভাষা সাহিত্যৰ একনিষ্ঠ পূজাৰী নগেন্দ্ৰ নাৰায়ণ চৌধুৰী আছিল সাহিত্য সভাৰ শিৱসাগৰত অনুষ্ঠিত ত্ৰয়োদশ অধিবেশনৰ সভাপতি। কথা সাহিত্যিক নগেন্দ্ৰ নাৰায়ণ চৌধুৰী 'আৱাহন' আলোচনীৰো গুৰি ধৰিছিল।

সাহিত্য সভাৰ গোৱালপাৰাত অনুষ্ঠিত দ্বিতীয় অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি যতীন্দ্ৰ নাৰায়ণ চৌধুৰী, নৱম ধুবুৰী অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি ৰবীন্দ্ৰ নাৰায়ণ চৌধুৰী আৰু দশম গোৱালপাৰা অধিবেশনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি ভোলানাথ চৌধুৰী মেছপাৰা জমিদাৰৰ পৰিয়ালৰ। মেছপাৰা জমিদাৰ পৰিয়ালৰ দানেৰে সজা হৈছিল জিলাখনৰ প্ৰথম উচ্চশিক্ষাৰ অনুষ্ঠান ভোলানাথ কলেজ বা বি এন. কলেজ।

মেজপাৰাত থকা সময়তে কালিৰাম মেধি অসম সাহিত্য সভাৰ বৰপেটাত অনুষ্ঠিত তৃতীয় অধিবেশনৰ সভাপতি নিৰ্বাচিত হৈছিল। ১৯১৯ খৃঃৰ ২৬ ডিচেম্বৰৰ পৰা বৰপেটাত অনুষ্ঠিত সাহিত্য সভাত তেওঁ মেছপাৰাৰ পৰাই আহি পৌৰহিত্য কৰিছিল।

চন্দ্ৰধৰ বৰুৱাৰ পৌৰহিত্যতে সাহিত্য সভায় দ্বিতীয় অধিবেশন গোৱালপাৰাত অনুষ্ঠিত হয়। ১৯১৮ খৃঃৰ ডিচেম্বৰত এই সভা অনুষ্ঠিত হৈছিল। কালিৰাম মেধি আৰু দুৰ্গেশ্বৰ শৰ্মা সেই সময়ত মেছপাৰাতে। দুয়োজনেই গোৱালপাৰা অধিবেশনত নানান ধৰণে সহায় কৰিছিল।

**মঙ্গলদৈ**

মঙ্গলদৈ গোৱালপাৰাৰ পিছতে কলিৰাম মেধিৰ দ্বিতীয় প্ৰধান কৰ্মক্ষেত্ৰ বুলি কব পাৰি। মেধিয়ে মহকুমাধিপতি স্বৰূপে সৰহ কাল কাম কৰিছিল মঙ্গলদৈত। মঙ্গলদৈত তেওঁ দুবাৰ মহকুমাধিপতি হয়। প্ৰথমবাৰ ১৯২৬ খৃঃৰ ৭ আগষ্টৰ পৰা ১৯৩১ খৃঃৰ এপ্ৰিললৈকে। আৰু দ্বিতীয়বাৰ ১৯৩৪ খৃঃৰ ১৬ মাৰ্চৰ পৰা। শেষত ১৯৩৬ খৃঃত মঙ্গলদৈৰ পৰাই অৱসৰ গ্ৰহণ কৰিছিল। মঙ্গলদৈৰ পৰাই গৈ তেওঁ নগাৱঁত অস্থায়ী উপায়ুক্ত স্বৰূপে কাম কৰিছিল।[১৫]

প্ৰথমবাৰ মঙ্গলদৈ লৈ মহকুমাধিপতি স্বৰূপে অহাৰ সময়ত চৰকাৰী বঙলাটো আছিল খেৰৰ। দ্বিতীয়বাৰ তেওঁ মহকুমাধিপতিৰ কাৰ্য্যভাৰ লব লগা হৈছিল গিৰিজা শঙ্কৰ গুহৰ পৰা। সেই সময়ত মহকুমাধিপতিৰ বঙলাটো ভাঙি নকৈ সাজিবলৈ ধৰিছিল। মেধি প্ৰথমতে কিছু দিন চাৰ্কিট হাউচত থাকি সমুখতে থকা হাইস্কুলৰ ঘৰটোত থাকিবলৈ লৈছিল। হাইস্কুলখন নিয়া হৈছিল বৰ্ত্তমান ঠাইত থকা নতুন ভবনলৈ। হাইস্কুলৰ পুৰণি ঘৰটোতে মহকুমাধিপতিক থাকিব দিয়া হৈছিল।

নকৈ সজা চাং বঙলাটো বেচ ওখ। সমুখৰ খোটালিটো নেট দিয়া 'মচকুইটো প্ৰুফ'। কাষতে ঘোঁৰা চহিছ, হাতী মাউতৰ ঘৰ। বঙলাটোৰ পিছপিনে একেবাৰে মুকলি। বাৰিষা হলে পানীৰে একাকাৰ হৈ পৰে। যেন এখন সাগৰহে। বাৰিষা হলে হৰিণ পহু থাকিব নোৱাৰি মানুহৰ বাৰীৰ পিছত আহি আশ্ৰয় লয়। তেনে হৰিণ মানুহে টঙনিয়াই মাৰিছিল।

নকৈ সজা ঘৰটো সম্পূৰ্ণ হলত মেধি নতুন বঙলালৈ যায়। তেতিয়াৰে পৰা পুৰণি স্কুল ঘৰটো থানা স্বৰূপে ব্যৱহাৰ কৰা হ'ল। বঙলাৰ কাষতে বুঢ়া গোসাই থান। ইয়াতে শিব লিঙ্গ আছে।

মঙ্গলদৈত পানীৰ বৰ অভাৱ। কুৱাৰ সংখ্যা কম। আজিও বৰ পুখুৰীৰ পৰা ঠেলাত পানী কঢ়িয়াই ঘৰে ঘৰে বিক্ৰি কৰে। মেধিৰ বঙলাত জেইলৰ কয়দীৰ হতুৱাই পানীৰ যোগান ধৰিছিল।

---

১৫ The Assam Gazette.

No. 3386 A. P—Sj K. R. Medhi E A C and Officiating Deputy Commissioner, Nowgong is allowed, under rule 81 of the Fundamental Rules, leave on average pay for three months with effect from the date on which he may be relieved of his duties by Dr. J. H. Hatton C. I. E, I. C. S. April 22, 1936.

জীৱন ডেকা সেই সময়ত মঙ্গলদৈত জেইলৰ। তেওঁ বৰ ভাল চিকাৰি। তেওঁ প্ৰায়ে মেধিৰ হাতীটো লৈ গৈ চিকাৰ কৰিছিল। ঘৰৰ পৰা অলপমান ওলাই গলেই শুনিব গুলিৰ শব্দ। জীৱন ডেকাই হাতীৰ ওপৰৰ পৰাই চিঞৰি কয়—'এ এইটো লৈ যোৱা।' মেধিয়ে পিচে মাইকী হৰিণা মৰাটো বৰ বেয়া পাইছিল। সেইবাবে জীৱন ডেকাক সদায় চিকাৰ কৰিবলৈ বাধা দিছিল।

বাৰিষা বঙলাৰ পিছপিনে পানী হয়। মেধিয়ে মাছ মাৰিবলৈ এখন জাল গোটাই দিছিলে।

যাতায়াতৰ বাবে মঙ্গলদৈ গোৱালপাৰাত কৈ দুৰ্গম। বাহিৰ জগতৰ লগত পোনপতীয়া কোনো যোগাযোগ নাই। টংলাৰ পৰা ৰেলেৰে নাইবা খাৰুপেটীয়াৰ পৰা জাহাজেৰে মাথোন বাহিৰলৈ যাব পাৰিছিল। মঙ্গলদৈৰ পৰা টংলা ২০ মাইল আৰু খাৰুপেটীয়া মাইল। মঙ্গলদৈ আৰু তেজপুৰৰ দূৰত্ব ৭০ মাইল।

মঙ্গলদৈৰ পৰা আন ঠাইলৈ যাব লগা হলে গোৱালপাৰাৰ দৰে গৰুগাৰী, ঘোঁৰা আৰু হাতী। প্ৰথমবাৰ মঙ্গলদৈ লৈ আহোতে ১৯২৬ খৃঃত তেওঁ চেভেৰলেট গাড়ী এখন ১৯শ টকাত কিনিছিল। গাৰীখন কিনিছিল চৰকাৰৰ পৰা ধাৰলৈ। মটৰখন কিনাৰ পিছত তেওঁ নিজে চলাবলৈ অভ্যাস কৰিছিল। কিন্তু এদিন চলাওতে মণ্ডল এজনক খুন্দিয়ালে। মানুহজনক ততালিকে হস্পিটেলত ভৰ্তি কৰি চিকিৎসাৰ ব্যৱস্থা কৰিলে। হস্পিটেলত মণ্ডলজনৰ খোৱা বোৱাৰ যোগান ধৰিলে নিজৰ বঙলাৰ পৰাই। আঘাট সিমান গুৰুতৰ ধৰণৰ নাছিল। কিন্তু মেধি বৰ ব্যস্ত হৈ পৰিছিল। ভাল হৈ উঠিলত এখন নতুন চাইকেল কিনি দিলে। তেতিয়াৰে পৰা তেওঁ নিজে মটৰ চলোৱা চেষ্টা এৰিলে। সেই সময়ত পেট্ৰোলৰ গেলেন চৈধ্য অনা মাত্ৰ।

মঙ্গলদৈ চহৰখনৰ জনসংখ্যা বৰ কম। মেধিয়ে ধেমালি কৰি কৈছিল মঙ্গলদৈ চহৰতকৈ চিলেট জেলতে মানুহ সৰহ। চেন্সাচ ৰিপোৰ্ট মতে সেই সময়ত মঙ্গলদৈৰ জনসংখ্যা ২১০০ জন।

গোৱালপাৰাৰ দৰে মঙ্গলদৈতো মহকুমাধিপতি আৰু এজন মুন্সিফ। সেইসময়ত মুন্সিফ আছিল মহম্মদ মহিবুল্লা, ৰতিকান্ত শৰ্মা প্ৰভৃতি। দুজনেই সকলো কামকে কৰিব লাগে।

সেইসময়ত মঙ্গলদৈত আইনজীৱি আঙুলিৰ মূৰত লেখিব পৰা কেইজনমান। কুমুদ বৰা, তপেশ্বৰ শৰ্মা, পূৰ্ণানন্দ ৰাজখোৱা, ৰত্নেশ্বৰ দাসগুপ্ত, শুকলাল ঘোষ, বদৰুদ্দিন আহমেদ, পুৰন্দৰ শৰ্মা প্ৰভৃতি। মঙ্গলদৈ মহকুমা আৰু মঙ্গলদৈ চহৰ শান্তিপূৰ্ণ ঠাই। কোনো ধৰণৰ গণ্ডগোল অশান্তি নাছিল। মেধিয়ে বেচ শান্তিপূৰ্ণভাৱে কাম কৰিব পাৰিছিল।

মঙ্গলদৈতো মেধিৰ কৰ্মক্ষেত্ৰ কেৱল চৰকাৰী ফাইলৰ মাজতে সীমাবদ্ধ নহয়। মঙ্গলদৈ অঞ্চলৰ কলাকৃষ্টি অধ্যয়ন আৰু সাহিত্যৰ সমল সংগ্ৰহত মনপুতি লাগিছিল। মফচললৈ গলে সন্ধিয়া সময়ত ডাক বঙলালৈ সেই অঞ্চলৰ মণ্ডল, গাওবুঢ়া, মৌজাদাৰ, পণ্ডিত আদি বয়সীয়া লোক সকলক মাতি আনি ঘৰুৱা কথা পাতি ঘৰুৱা ভাবে কৰা আলাপ আলোচনাৰ মাজেৰে সাহিত্য-সংস্কৃতিৰ নানান সমল সংগ্ৰহ কৰে। কোনো অঞ্চলত থকা প্ৰাচীন পুথিৰ সন্ধান পালেই নিজৰ গাঁঠিৰ ধন ভাঙি হলেও সংগ্ৰহ কৰি আনে। গীত মাতৰ কিবা সন্ধান পালেও টোকা কৰি লৈ আহিছিল। মঙ্গলদৈত থকা সময়তে তেওঁৰ ব্যাকৰণখন লিখি আছিল। সেইবাবে ভাষা বিষয়ক তথ্য সংগ্ৰহতো ব্যস্ত আছিল। আনকি আদালত বিচাৰ কৰি থাকোতে সাক্ষীবাদীৰ মুখত কিবা নতুন ধৰণৰ শব্দ পালেই লগে লগে ড্ৰেয়াৰত থকা নোটবুকখন উলিয়াই টুকি লয়।

মঙ্গলদৈত বৰখেলিয়া ভকতৰ সভা আছিল। এই সবাহত অকল ভকতৰ বাহিৰে আনৰ প্ৰবেশ নিষেধ। ৰাতিহে এই সবাহ হয়। শুনাকথা মেধিয়ে হেনো ভকতৰ নিচিনাকৈ সাজপাৰ পিন্ধি মূৰত পাগুৰি, ডিঙিত মালা আৰু হাতত লাখুটি লৈ আঠুমূৰীয়া ধুতিখন পিন্ধি ভকত সাজি গৈ এই বৰখেলিয়া ভকতৰ সবাহত যোগ দিছিল। মেধিয়ে তেনেদৰে যোগ দিয়াৰ উদ্দেশ্য বৰখেলিয়া ভকতৰ সবাহৰ বিষয়ে অধ্যয়ন কৰা।

মঙ্গলদৈ অঞ্চলত মাৰৈ পূজা প্ৰখ্যাত। তেওঁ হেনো বিশেষ বিশেষ অঞ্চলত গৈ মাৰৈ পূজা চাইছিল। ভেবেৰাঘাটৰ গাৱঁৰ মাৰৈ পূজা পাচদিন ধৰি হয়। তেওঁৰ আগ্ৰহ দেখি তালৈ নিমন্ত্ৰণ কৰিছিল। মেধিয়ে বৰ-দ'কৰ দিনা গৈ মাৰৈ পূজা চাইছিল। তেওঁ সুকনান্নী, মনসা পূজা আৰু দেওধনী সম্পৰ্কে তেওঁ বহুতো তথ্য সংগ্ৰহ কৰিছিল। ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱা আৰু ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মা সম্পাদিত 'মনসা কাব্য' খন কালিৰাম মেধিয়ে সংগ্ৰহ কৰা। মঙ্গলদৈত থকা সময়ত মেধিয়ে বহুতো সাহিত্যৰ সমল সংগ্ৰহ কৰিছিল।

মঙ্গলদৈত থকা সময়ৰ দুই এটা আমোদজনক ঘটনাও আছে। এবাৰ টংলালৈ যাওঁতে মেধি এঘৰ মানুহৰ ঘৰলৈ গৈছিল। তেওঁৰ পিন্ধনত খাকি হাফ পেণ্ট আৰু হাফ চাৰ্ট। লৰাজনে ভিতৰলৈ গৈ কলে কোনোবা এজন কুলিৰ চৰ্দাৰ আহিছে। মেধি মানুহজন দেখনিয়াৰ নাছিল। ভিতৰৰ পৰা গৃহস্থই অলপ ৰবলৈ কৈ পঠিয়ালে। পিছত ভুমুকিয়াই চাই দেখিলে মহকুমাধিপতি মেধি। লৰা লৰিকৈ হাত জোৰ কৰি ওলাই আহি আথেবেথে বহিবলৈ দিলে। আৰু তেনেকৈ থিয় কৰি ৰখাৰ বাবে ক্ষমা প্ৰাৰ্থনা খুজিলে। চাহপানী খাই আলাপ আলোচনা কৰাৰ পিছত গৃহস্থই লৰাজনক দেখুৱাই কলে 'চাৰ ইয়ে আপোনাক কুলিৰ চৰ্দাৰ বুলি কৈছিল।' মেধিয়ে 'হয়নে' বুলি হাঁহি

হাঁহি লৰা জনক কাষলৈ মাতি আনি মৰম কৰিলে। লৰাজনৰ পিচে বৰ ভয় লাগিছিল।

মঙ্গলদৈ অঞ্চলত হৰিণা আদি যেনে ভাবে আছিল, মানুহে মঙহ খাইছিল, সেই হিছাপে বাঘ ভালুকৰ উপদ্ৰৱো কম নাছিল। বাঘে মানুহ খোৱা ঘটনা বহুতো শুনা গৈছিল। চিকাৰী এনে বহু বাঘ নিধন কৰিছিল। এবাৰ কালিৰাম মেধিও বাঘ চিকাৰলৈ গৈছিল। ৰাজেন্দ্ৰলাল উজিৰ মঙ্গলদৈতে মাটি হাকিম। উজিৰ এজন প্ৰখ্যাত চিকাৰি।

বাৰিষা সময়। মঙ্গলদৈ চাপৰিত নেপালী এজনক বাঘে খালে। নেপালী খুঁটিৰ চাংঘৰ এটাত বাঘটোৱে মানুহজন মাৰি খাই আছিল। ওচৰৰ মানুহ লৰি আহি মহকুমাধিপতি মেধিক খবৰ দিলে। মেধিয়ে উজিৰ আৰু থানাৰ দাৰোগাক মাতি আনি নিজেও ওলাল। এখন ডাঙৰ নাৱত নাৱৰীয়া সৈতে ৮ জন মানুহ। বাৰিষা সময় কেউপিনে পানী। তেওঁলোকে গৈ পোৱাতো ঘৰটোৰ ভিতৰত বাঘে মানুহ খাইয়ে আছিল। সকলোটিয়ে দূৰৰ পৰা ঘৰটোলৈ লক্ষ্য কৰি গুলি মাৰিলে। নহলে বাঘটো ঘৰৰ পৰা উলিয়াব নোৱাৰে। ওঁচৰলৈ গৈ ঘৰটোত খুচি দি বাঘটো উলিয়াবলৈকো কোনোৱে আগবাঢ়িব নোখোজে। ঘৰটোত গুলি কৰি থাকোতে বাঘটো ওলাই পানীত সাতোৰ মেলিলে। পিছত উজীৰে এখন সৰু নাৱেৰে খেদি গৈ বাঘটো মাৰিলে। বাঘটোৰ চালখন মেধিয়ে মুচিয়াৰক দি টেনিং (tanning) কৰাই লৈছিল।

মঙ্গলদৈ অঞ্চলত যতেই বনৰীয়া হাতী নাইবা বাঘে উপদ্ৰপ কৰা শুনিছিল মেধি ততালিকে নিধনৰ ব্যৱস্থা কৰিছিল। ৰাজেন্দ্ৰলাল উজীৰে তেনেভাবে বহুতো বাঘ আৰু বনৰীয়া হাতী নিধন কৰিছিল। উজীৰে তেওঁৰ মনোৰম চিকাৰ কাহিনীৰ ওপৰত ভেটি কৰি কেবাখনো গ্ৰন্থ ৰচনা কৰিছে।

মঙ্গলদৈৰ বেগানদীৰ কাঠৰ দলংখন সন্ধিয়া সময়ত ডা-ডাঙৰীয়া সৰুবৰ সকলোৰে মিলনভূমি ( মিটিংপ্লেচ )। সৰহ ভাগেই স্কুলৰ শিক্ষক। সন্ধিয়া হলে সকলোটি লগ হয়হি। নানান ধৰণৰ ভাব বিনিময় হয়। সেইফালে সান্ধ্য ভ্ৰমণৰ বাবে ওলোৱা ই এ চি মহকুমাধিপতি ও বেগাৰ দলঙৰ সভাত যোগ দিয়েহি।

অধ্যাপক অতুলচন্দ্ৰ হাজৰিকা মঙ্গলদৈ হাইস্কুলত কাম কৰা সময়ত কিছুদিন কালিৰাম মেধিৰ ঘৰতে বাস কৰিছিল। বেগাৰ দলঙৰ সন্ধিয়া সন্মিলনীৰ হাজৰিকাও এজন মেলুৱৈ।

মেধি মঙ্গলদৈত মহকুমাধিপতি থকা সময়তে অসম সাহিত্য সভাৰ পঞ্চদশ অধিবেশন ১৯৩৪ খৃঃৰ ডিচেম্বৰ মাহত বহিছিল। আনন্দচন্দ্ৰ আগৰৱালা মঙ্গলদৈ অধিবেশনৰ সভাপতি। মঙ্গলদৈ অধিবেশনৰ গুৰিতেও আছিল মহকুমাধিপতি কালিৰাম মেধি।

প্ৰথমবাৰ মঙ্গলদৈত মহকুমাধিপতি থকা সময়তে এবাৰ তেওঁ চাৰিমাহৰ চুটি লৈছিল। সেইসময়তে সপৰিয়ালে পুৰী ভ্ৰমনৰ বাবে গৈছিল। মেধিয়ে সপৰিয়ালে প্ৰায়ে ভ্ৰমণ কৰিছিল। পুৰীতে হেনো তেওঁ ব্যাকৰণৰ কাম ভালেখিনি কৰিছিল। জুলাই মাহৰ ৪ তাৰিখে ( ১৯৩১ খৃঃ ) তেওঁ সপৰিয়ালে যাত্ৰা কৰিছিল। লগত পত্নী স্বৰ্ণলতা আৰু লৰাছোৱালী সৈতে পাচ জন। সম্ভৱত এজন বনকৰা লৰাও লগত লৈ গৈছিল। তেতিয়াৰ দিনত আমিনগাওঁৰপৰা কলিকতালৈ যোৱা ৰেল বাট বাংলা দেশৰ মাজেৰে পাৰ্বতীপুৰ লালমনিহাট হৈ। আলিবাট আজিকালিতকৈ ভালেখিনি চমু।

এদিন কলিকতাত থাকি পুনৰ ৬ জুলাইত পুৰীলৈ যাত্ৰা কৰিছিল।

৮ জুলাইত ভিক্টোৰিয়া ক্লাবত মাজতে জিৰনি লৈছিল।

পুৰীত এটা ঘৰ ৪০ টকাত ভাৰালৈ কিছুদিন বাস কৰিছিল। পুৰী সাগৰৰ পাৰত থাকিবৰ বাবে মনোৰম ঠাই।

মঙ্গলদৈ চহৰতো আন চহৰৰ দৰে তেতিয়া বিজুলী চাকি জ্বলা নাছিল। বাটৰ দাঁতিত জ্বলিছিল লেম্প। মেধি ধীৰস্থিৰ গহীন গম্ভীৰ লোক। সকলোৱে তেওঁক মঙ্গলদৈতো সন্মান কৰিছিল। এজন ন্যায়বান বিচাৰক হিছাপে যিখিনি কৰিব লাগে মেধিয়ে তাৰ এচুলিমানো হেৰফেৰ নকৰিছিল।

---

4. 7. 30

| | | |
|---|---|---|
| Motor to Pandu | | 2/- |
| Landing charges | | 1/- |
| Ticket Pandu to Calcutta-5 full intermediate | | |
| 1 for at 12/5/6 | | 61/11/6 |
| 2 half Tickets | | 12/5/6 |
| | | 74/1/ |
| 1 Third class | | 6/2 9 |
| | Total | 80/3/9 |

6. 7. 31

| | | |
|---|---|---|
| Calcutta Hotel | | 22/12/- |
| Carriage hire to Howrah | | 2/- |
| Calcutta to Puri | | |
| 4 full inter tickets at 11/5/3 | 40/5/- | |
| 2 half inter tickets | 11/5/3 | |
| 1 third class | 7 5/- | |

8. 7. 31.

Halt Victoria Club

9. 7. 31.

To Victoria Club 16/1/-

মঙ্গলদৈৰ প্ৰবীন আইন ব্যৱসায়ী আৰু সাহিত্যিক শ্ৰীভূপেশ্বৰ শৰ্মাই কালিৰাম মেধিৰ কথা ৰোমন্থন কৰি কৈছিল "কাৰো লগত মেধিৰ 'হিটচ্' হোৱা নাছিল। তেওঁৰ দিনত কোনো ধৰণৰ 'চেনছেচনেল' ঘটনাও ঘটা নাই। তেওঁৰ সকলোবে প্ৰতি স্মুথ (smooth) ব্যৱহাৰ। সেইবাবে উকিল সকলে আৰু বাইজে তেওঁক ভাল পাইছিল। উকিলৰ লগত হাকিম হিছাপে তেওঁৰ সম্পৰ্ক আছিল মধুৰ। ৰাতি লেম জ্বলায়ো তেওঁ মোকৰ্দমা শেষ কৰিছিল। সভা সমিতিত মেধিৰ বক্তৃতা মানুহ উবাই নিয়া বিধৰ নহয়। কিন্তু learned শ্ৰীশঙ্কৰদেৱৰ বিষয়ে তেওঁৰ গভীৰ জ্ঞান আছিল।"

মঙ্গলদৈৰ পৰাই কালিৰাম মেধিয়ে দ্বিতীয়বাৰ উপায়ুক্তৰ কাৰ্যভাৰ গ্ৰহণ কৰিছিল নগাওঁ জিলাৰ। তেওঁ কেইমাহমানহে উপায়ুক্ত স্বৰূপে কাৰ্য নিৰ্বাহ কৰিছিল।[১৬]

তাৰ পিছত পুনৰ মঙ্গলদৈলৈ আহি মহকুমাধিপতিৰ কাৰ্যভাৰ গ্ৰহণ কৰিছিল।[১৭] মঙ্গলদৈৰ পৰাই ১৯৩৬ খৃঃ ত কালিৰাম মেধিয়ে অৱসৰ গ্ৰহণ কৰিছিল। ইয়াৰ পিছত তেওঁ পুনৰ দুবছৰ কাল স্পেচিয়েল মেজিষ্ট্ৰেট হিছাপে কাৰ্য নিৰ্বাহ কৰিছিল (১৯৩৬-৩৮)

Special Officer War Risk Insurance কালিৰাম মেধিৰ জীৱনৰ শেষ চাকৰি।

১৯৪৬ খৃঃ লৈকে মেধিয়ে উক্ত দায়িত্বত অসমৰ বিভিন্ন ঠাইত ঘূৰি ফুৰিব লগা হৈছিল।

১৯৪৬ খৃঃ ৰ ১ জানুৱাৰীত কালিৰাম মেধিয়ে ইংৰাজ চৰকাৰৰ পৰা ৰায়বাহাদুৰ খিতাপ লাভ কৰিছিল।

Sanad

To

Srijut Kali Ram Medhi M A
Extra Assistant Commissioner
Gauhati, Assam ( Retired )

I here by confer upon you the title of Rai Bahadar as a Personal distinction

New Delhi — Wavell
The 1st January 1946 — Viceroy of India

---

১৬ 3386 A P—Sj. K R. Medhi E A C and Officiating D. C. Nowgong is allowed under rule 81 of fundamental rules, leave on average pay for three months with effect from the date on which he may be relieved of his duties by Dr. J. H. Hutton. C. I. E. I. C. S.

১৭ 6563 A. P. on return from leave K. R. Medhi E A C is appointed to hold the charge of the Mangaldoi Sub. Division of the Darrang District. 15th July, 1936.

# ৭. বাজহুৱা জীৱন

## অসম সাহিত্য সভা

অসম সাহিত্য সভাৰ জন্ম ১৯১৭ খৃঃ ৰ ২৬ ডিচেম্বৰত। শিৱসাগৰত অনুষ্ঠিত সাহিত্য সভাৰ প্ৰথম অধিবেশনৰ সভাপতি পদ্মনাথ গোহাঞি বৰুৱা।

অসম সাহিত্য সভাৰ লগত কালিৰাম মেধিৰ সম্বন্ধ আদিবেপৰা। প্ৰথম অধিবেশনৰ সময়ত মেধি গোৱালপাৰাত চেটেলমেণ্টৰ কাৰ্য্যত নিযুক্ত।

সাহিত্য সভাৰ দ্বিতীয় অধিবেশন গোৱালপাৰাত ১৯১৮ খৃঃৰ ২৭ ডিচেম্বৰৰপৰা। চন্দ্ৰধৰ বৰুৱা গোৱালপাৰা অধিবেশনৰ সভাপতি। সেই সময়ত অসম সাহিত্য সভা আৰু অসম এচোচিয়েচন একেলগে বহিছিল। আসাম এছোচিয়েছনৰ সভাপতি তৰুণৰাম ফুকন আৰু সম্পাদক ৰায়বাহাদুৰ ঘনশ্যাম বৰুৱা। মেছপাৰাৰ জমিদাৰ যতীন্দ্ৰ নাৰায়ণ চৌধুৰী অভ্যৰ্থনা সমিতিৰ সভাপতি। সভাৰ প্ৰধান উপদেষ্টা দুৰ্গেশ্বৰ শৰ্মা আৰু কালিৰাম মেধি। দুৰ্গেশ্বৰ শৰ্মা মেছপাৰাৰ জমিদাৰ আৰু কালিৰাম মেধি মেছপাৰাৰ চেটেলমেণ্ট অফিচাৰ। সাহিত্য সভাৰ প্ৰধান সম্পাদক শৰৎচন্দ্ৰ গোস্বামী।

একেখন জাহাজতে সভাপতি চন্দ্ৰধৰ বৰুৱা, সম্পাদক শৰৎচন্দ্ৰ গোস্বামী, কুলধৰ চলিহা, তৰুণৰাম ফুকন প্ৰভৃতি গোৱালপাৰালৈ আহিছিল। তেওঁলোক অহালৈকে উৎকণ্ঠাৰে জাহাজ ঘাটত বাট চাই আছিল গোৱালপাৰাৰ গণ্যমান্য ব্যক্তি সকল।

গোৱালপাৰা সহিত্য সভা উপলক্ষে গীত ৰচনা কৰিছিল পদ্মধৰ চলিহাই। চলিহাই অসম সাহিত্য সভা উপলক্ষে অসমীয়া আৰু সংস্কৃততে গীত ৰচনা কৰিছিল। গীত সমূহ ৰোহিতাশ্ব দাস আৰু অতুলচন্দ্ৰ দাসক শিকাই মুকলি সভাত গোৱাইছিল।

গোৱালপাৰা অধিবেশনত উপস্থিত সদস্যৰ সংখ্যা প্ৰায় এশজন, শাখা সভা দহখন আৰু স্বীকৃত সভা এঘাৰখন। সভাত সাহিত্য সভাৰ পুঁজিৰ বাবে ধন বিচাৰি ৬২৩ টকা পাইছিল। সংগৃহীত ধন ৰক্ষণাবেক্ষণৰ বাবে চন্দ্ৰধৰ বৰুৱা, কুলধৰ চলিহা আৰু শৰৎচন্দ্ৰ গোস্বামীক লৈ এটি অবৰক্ষক সমিতি গঠন কৰা হয়। পদ্মনাথ গোহাঞি বৰুৱা প্ৰধান সম্পাদক নিৰ্বাচিত হয়।

শৰৎচন্দ্ৰ গোস্বামীয়ে সাহিত্য সভাৰ কথা ৰোমন্থন কৰি লিখিছে—"যিসকলে গোৱালপাৰাত সম্মিলনৰ আয়োজন কৰিছিল সি সকলৰ মাজত শ্ৰীযুত ধৰ্মনাৰায়ণ ঘোষ, শ্ৰীযুত বিপিন চন্দ্ৰ ঘোষ, বি.এল. শ্ৰীযুত কমলেশ্বৰ নাথ, শ্ৰীযুত সভাৰাম চৌধুৰী আদি প্ৰধান

আছিল। গুৰিত পৰামৰ্শদাতা আছিল শ্ৰীযুত দুৰ্গেশ্বৰ শৰ্মা (তেতিয়াৰ মেচপাৰা জমিদাৰীৰ ম্যানেজাৰ) আৰু শ্ৰীযুত কালিৰাম মেধি (তেতিয়া উক্ত জমিদাৰীৰ বিশেষ চেটেলমেণ্ট অফিচাৰ)। মেছপাৰাৰ অন্যতম জমিদাৰ শ্ৰীযুত যতীন্দ্ৰনাৰায়ণ চৌধুৰী অভ্যৰ্থনা সভাৰ সভাপতি আছিল। তেতিয়াৰ দিনতো গোৱালপাৰাত বঙালি ভাষাৰ ইমান প্ৰতিপত্তি আছিল যে শ্ৰীযুত যতীন্দ্ৰ নাৰায়ণ চৌধুৰীয়ে অসমীয়াতে অভিভাষণ পাঠ কৰা এটা নতুন আৰু অভাৱনীয় বুলি মানুহে ভাবিছিল।"[১]

দ্বিতীয় বাৰ গোৱালপাৰাতে সাহিত্য সভাৰ দশম অধিবেশন অনুষ্ঠিত হৈছিল ১৯২৭ খৃঃৰ ৮ অক্টোবৰৰ পৰা। তৰুণৰাম ফুকন দশম অধিবেশনৰ সভাপতি। সভা অনুষ্ঠিত হৈছিল গোৱালপাৰা নাট্য মন্দিৰত। অভ্যৰ্থনা সমিতিৰ সভাপতি মেছপাৰাৰ জমিদাৰ ভোলানাথ চৌধুৰী।

দশম অধিবেশনৰ দ্বিতীয় দিনা ৯ অক্টোবৰত ৰাতিপুৱা ১০ বজাৰ পৰা ১১ বজালৈকে ভাষাতত্ত্ব শাখাৰ আৰু ১১ বজাৰ পৰা ১২ বজালৈকে ইতিহাস শাখাৰ দুখন সভা মূল মণ্ডপতে অনুষ্ঠিত হোৱা কথা আছিল।

কিন্তু সিদিনা সভাৰ মূল মণ্ডপতে দিনৰ ১২ বজালৈকে গোৱালপাৰা প্ৰজা সভাৰ এখন সাধাৰণ সভা বহিছিল। প্ৰজা সভা হোৱা বাবে সাহিত্য সভাৰ শাখা সভা দুখন সিদিনা পাতিব পৰা নহ'ল। ভাষা তত্ত্ব শাখাৰ বাবে কালিৰাম মেধি আৰু ইতিহাস শাখাৰ বাবে দুৰ্গেশ্বৰ শৰ্মা সভাপতি মনোনিত হৈ আহিছিল। দুৰ্গেশ্বৰ শৰ্মা আৰু কালিৰাম মেধি বৰপেটা আৰু মঙ্গলদৈ মহকুমাৰ মহকুমাধিপতি। দুয়ো গৰাকীয়ে পিছলৈ বৈ থাকিব নোৱাৰি সিদিনাই নিজ নিজ কৰ্মক্ষেত্ৰ বুলি জাহাজত উঠিব লগা হ'ল। ফলত দুয়োখন সভাই বাদ পৰিল আৰু মূল্যবান ভাষণ দুখন লিখাতেই থাকিল।

১৯৩৪ খৃঃৰ ২৪ ডিচেম্বৰৰ পৰা মঙ্গলদৈত অসম সাহিত্য সভাৰ পঞ্চদশ সম্মিলন। সভাপতি আনন্দচন্দ্ৰ আগৰৱালা। কালিৰাম মেধি সেই সময়ত মঙ্গলদৈৰ মহকুমাধিপতি। এই অধিবেশনৰ মূলতেও মেধি ডাঙৰীয়া।

পঞ্চদশ অধিবেশন নিমন্ত্ৰণ কৰিবলৈ সাহিত্য সভাৰ প্ৰধান সম্পাদক চন্দ্ৰধৰ বৰুৱাই শাখা সভাবোৰলৈ আহ্বান জানায়। এই আহ্বান পাই মেধিয়ে হেনো এদিন মঙ্গলদৈ নাট্য মন্দিৰত বিশিষ্ট সাহিত্যিক আৰু আইন ব্যৱসায়ী তপেশ্বৰ শৰ্মাক কলে 'এইবাৰ সাহিত্য সভা মঙ্গলদৈলৈকে নামাতে কিয়' নাট্যমন্দিৰ সেই সময়ত মঙ্গলদৈৰ কেন্দ্ৰ স্বৰূপ। কথাষাৰ শুনি শ্ৰীশৰ্মাই অলপ চিন্তা কৰিলে। মেধিয়ে পুনৰ কলে 'একো

১ সাহিত্য সভাৰ কথা:—শৰৎ চন্দ্ৰ গোস্বামী। অসম সাহিত্য সভা পত্ৰিকা। নতুন প্ৰকাশ। ২য় ৩য় সংখ্যা।

চিন্তা কৰিব নালাগে। সকলো ঠিক হৈ যাব। ভাবিবলৈ একো নাই। আপোনালোকে মাথোন আহ্বান কৰক।"

স্বয়ং মহকুমাধিপতিৰ এনে আশ্বাস বাণী পাই মঙ্গলদৈ সাহিত্য সভাৰ সদস্য সকলে সাহস পালে। সদস্য বুলিবলৈকে মুষ্টিমেয় কেইগৰাকীমান। মেধিৰ ওপৰতে ভৰষা কৰি তেওঁলোকে আহ্বান কৰিলে।

অভ্যৰ্থনা সমিতিৰ সভাপতি তপেশ্বৰ শৰ্মা। সম্পাদক তিনিজন ৰামেশ্বৰ শৰ্মা, বদৰুদ্দিন আহম্মেদ আৰু গুণাৰাম ডেকা। লোকেল বোৰ্ডৰ চেয়াৰমেন পূৰ্ণানন্দ ৰাজখোৱা আছিল খাদ্য বিভাগৰ দায়িত্বত। ভদ্ৰকান্ত শৰ্মা প্ৰভৃতি সেই সময়ত ভলণ্টিয়াৰ।

মেধিয়ে অকল যে সভা আহ্বান কৰিবলৈহে কৈছিল এনে নহয়। সকলো ধৰণৰ দিহা পৰামৰ্শ দি টকা পইছা তোলাতো সহায় কৰিছিল। অভ্যৰ্থনা সমিতিয়ে ঘৰে ঘৰে ধন সংগ্ৰহ কৰাৰ উপৰিও ওচৰৰ বাগিছাবোৰৰপৰাও কিছু ধন সংগ্ৰহ কৰিছিল। সভাপতি তপেশ্বৰ শৰ্মাৰ মতে দুহেজাৰ মান টকাহে খৰছ হৈছিল। তেতিয়াৰ মঙ্গলদৈত বস্তু উভৈনদী, দাম তেনেই কম। ভাওৰ ৰৌ মাচ এটি দহ বাৰ অনা, চাউল টকাত ১৬।১৮ সেৰ। ঘি সেৰে চৈধ্য অনা, টকা। প্ৰতিনিধি সকলক মঙ্গলদৈত হৰিণাৰ মাংস আৰু দৈ খুৱাইছিল। নীলমনি ফুকনে হেনো সেইবাবে ৰহস্য কৰি কৈছিল মঙ্গলদৈৰ এঠা দৈ আৰু হৰিণাৰ মাংস, গতিকে মঙ্গাহ আৰু দৈ মঙ্গলদৈ|হৈছে।

মঙ্গলদৈ সাহিত্য সভা উপলক্ষে অনুষ্ঠিত সঙ্গীত শাখাৰ সভাপতি পদ্মধৰ চলিহা। চলিহাৰ 'অসমত সঙ্গীত চৰ্চা শীৰ্ষক' অভিভাষণখন এখনি মূল্যবান অভিভাষণ। সভাত পদ্মধৰ চলিহাৰ শিশুপুত্ৰ পৰাগধৰ চলিহাই এটি বৰগীত গাই সকলোকে মুগ্ধ কৰিছিল।

মঙ্গলদৈ অধিবেশনৰ বুৰঞ্জী শাখাৰ সভাপতি নিৰ্বাচিত হৈছিল প্ৰত্নতত্ত্ববিদ ৰাজমোহন নাথ। অনিবাৰ্য্য কাৰণ বশত ৰাজমোহন নাথ উপস্থিত হব নোৱাৰাত বুৰঞ্জী শাখা বাদ পৰিল।

মঙ্গলদৈ সাহিত্য সভাৰ কথা ৰোমন্থন কৰি তপেশ্বৰ শৰ্মাই আমাক কৈছিল "তেতিয়া সাহিত্য সভা মানে সাহিত্য সভা। সাহিত্যৰ বাহিৰে আন আলোচনা নহয়। এতিয়াৰ সাহিত্য সভাত যিমান আৰম্বৰ, কংগ্ৰেছৰ কামতো সিমাত আৰম্বৰ নহয়।"

মুকলি সভাৰ বাবে মণ্ডপ সজা হৈছিল কৰনেশন ফিল্ড অৰ্থাৎ বৰ্তমান গান্ধী ময়দানত। সভাত প্ৰায় ১৫০ জন মান প্ৰতিনিধি যোগদান কৰিছিল। চৰকাৰী হাইস্কুলত বিষয় বাছনি সভা আৰু প্ৰতিনিধি শিবিৰ। অধিবেশন উপলক্ষে তপেশ্বৰ শৰ্মাৰ হাতে লিখা নাটক 'শিবাজী'খন মঞ্চস্থ কৰা হৈছিল।

পদ্মনাথ গোহাঞি বৰুৱা, নবীনচন্দ্ৰ বৰদলৈ, নীলমনি ফুকন, ৰঘুনাথ চৌধুৰী, দণ্ডিনাথ

কলিতা, সৰ্বেশ্বৰ শৰ্মা কটকী, হৰমোহন দাস, মহাদেৱ শৰ্মা, অম্বিকাগিৰী ৰায়চৌধুৰী, নলিনীবালাদেবী, দৈবচন্দ্ৰ তালুকদাৰ, মহম্মদ চালেহ, নগেন্দ্ৰনাৰায়ণ চৌধুৰী, হৰিনাৰায়ণ দত্তবৰুৱা, বিৰিঞ্চি কুমাৰ বৰুৱা, অতুলচন্দ্ৰ হাজৰিকা, মাধৱচন্দ্ৰ বেজবৰুৱা, শ্ৰীমান প্ৰফুল্ল গোস্বামী প্ৰভৃতি সাহিত্য সভাত যোগদান কৰা বিশিষ্ট সদস্য।

বেণুধৰ ৰাজখোৱা আৰু ৰজনীকান্ত বৰদলৈ সপৰিয়ালে সভাত যোগদান কৰিবলৈ আহিছিল। কিন্তু ব্ৰহ্মপুত্ৰৰ বালিত জাহাজ লাগি ধৰাত মাজ বাটতে বৈ থাকিব লগা হ'ল। ইপিনে অধিবেশনৰ সামৰণি পৰিল। মঙ্গলদৈ অধিবেশনৰ কৃতকাৰ্য্যতাৰ মূলতে আছিল কালিৰাম মেধি।

## বৰপেটা : সাহিত্য সভাৰ সভাপতি ॥

১৯১৯ খৃঃৰ ২৬ ডিচেম্বৰৰ পৰা বৰপেটা চহৰত অসম সাহিত্য সভাৰ তৃতীয় অধিবেশন অনুষ্ঠিত হৈছিল। তৃতীয় অধিবেশনৰ সভাপতি কালিৰাম মেধি। মেধি তেতিয়া মেছপাৰা জমিদাৰীত মাটিবন্দবস্তীৰ কামত নিযুক্ত। লক্ষ্মীপুৰৰ পৰাই আহি বৰপেটা সাহিত্য সভাত পৌৰহিত্য কৰিছিল। বৰপেটাৰ নখন্দা নৈৰ পাৰত সাহিত্য সভাৰ মণ্ডপ সজা হয়। একেখন মণ্ডপতে সাহিত্য সভা আৰু অসম এচোছিয়েচন অনুষ্ঠিত হৈছিল। পদ্মনাথ গোহাঞি বৰুৱা অসম এচোছিয়েচনৰ সভাপতি। আইন ব্যৱসায়ী ৰাম প্ৰসাদ দাস দুয়োখন অধিবেশনৰে অভ্যৰ্থনা সভাৰ সভাপতি।

সেই সময়ত বৰপেটাৰোড ষ্টেচন হোৱা নাছিল। ৰেলেৰে যাব লগা হলে সৰুপেটা নাইবা সৰভোগ ষ্টেচনত ৰেলৰ পৰা নামি গৰু গাড়ীৰে যাব লাগে। বাৰিষা হলে নাৱেৰে। বাৰিষা চাউল খোৱা নৈৰে বৰপেটা চহৰলৈকো জাহাজ আহিছিল। খৰালি জাহাজেৰে যাব লগা হলে খোলাবন্ধা জাহাজ ঘাট।

নখন্দা নৈৰ পাৰত সজা সাহিত্য সভাৰ মণ্ডপখন সজা হৈছিল বৰপেটা কীৰ্ত্তন ঘৰৰ বৰ বৰ চন্দ্ৰতাপেৰে। সেই সময় ইংৰাজৰ আমোল। তোৰণ সজা হৈছিল বৃটিছৰ মুকুটটোৰ আৰ্হিত দুকাষে দুটা সিংহ মাজতে ক্ৰাউন।

প্ৰতিনিধি থাকিবলৈ নখন্দাৰ পাৰত খেৰ বাহৰ শাৰীশাৰীকৈ বাহৰ সজা হৈছিল। বাহৰবোৰ সাজিছিল ডেকা লৰাবোৰে শ্ৰমদানেৰে। বিশিষ্ট অতিথিৰ বাবে দুখন তম্বু তৰা হৈছিল। এখন তম্বুত আছিল তৰুণ ৰাম ফুকন।

বৰপেটাবাসীৰ সহায় সহযোগ বিচাৰি সকলো ধৰণৰ কাম কৰি দিবলৈ অভ্যৰ্থনা সমিতিয়ে হাটীয়ে হাটীয়ে তামোল পানৰ শৰাইৰে নিমন্ত্ৰণ জনাইছিল।

সাহিত্য সভাৰ বিষয় বাছনি সভাত 'হেমকোষ'খন পুনৰ ছপাবলৈ এটা প্ৰস্তাৱ গ্ৰহণ

কৰা হয়। হেমকোষ পুনৰ ছপাবলৈ বহু টকাৰ আৱশ্যক হ'ব বুলি পদ্মনাথ গোহাঞি বৰুৱাই আপত্তি কৰিছিল। কিন্তু চন্দ্ৰনাথ শৰ্মাই ব্যয় বহুল হেমকোষ ছপাবলৈ গা পাতি আগবাঢ়ি ওলাইছিল। তেতিয়া হেমকোষ পুনৰ ছপোৱা প্ৰস্তাৱ গৃহীত হয়।

বৰপেটা অধিবেশনলৈ শৰৎচন্দ্ৰ গোস্বামী যাব পৰা নাছিল। ইপিনে তেওঁ আছিল ট্ৰাষ্টবোৰ্ডৰ সম্পাদক। ট্ৰাষ্টবোৰ্ডৰ সম্পাদকৰ প্ৰতিবেদনখন সময়মতে গৈ নোপোৱাত আলোচনা বিলোচনা হ'ব ধৰিছিল। এনেতে ঠিক সময়তে প্ৰতিবেদন গৈ সভাপতি কালিৰাম মেধিৰ হাতত পৰিল। আলোচনাৰো সিমানতে অন্ত পৰিল।

সভাপতি কালিৰাম মেধি আছিল বৰপেটা দক্ষিণ হাটীৰ কীৰ্তন ঘৰৰ কাষৰ শহুৰেক বলোৰাম দাসৰ ঘৰত। শহুৰেকৰ ঘৰৰপৰা সভা থলিলৈ বাটৰ দুয়োকাষে কলপুলি পোতা হৈছিল। সভাপতি মেধিক কীৰ্তন ঘৰৰ ভকত আৰু আইসকলে নাম গাই আগবঢ়াই আনিছিল। ধুতি চোলা পিন্ধি গাত চাদৰ এখন লৈ সমদলৰ আগে আগে খোজকাটি গৈছিল সভাপতি মেধি।

আৰু আন এদিন মূৰত পাগুৰি মাৰি দবাসাজি ঢোলে ভগৰে মেধি আহিছিল বলোৰাম দাসৰ ঘৰলৈ জোৱাই স্বৰূপে। মেধিৰ বিয়াৰ দিনাও আতচবাজি মাৰিছিল আৰু সাহিত্য সভাৰ কেইদিনো গধূলি সদায় আতচবাজি মাৰিছিল। বৰপেটাৰ নিপুন কাৰিকৰে আতচ বাজিৰে মাজ আকাশত অসম সাহিত্য সভা নামটো জিলিকাই তুলিছিল। সভা উপলক্ষে মঞ্চস্থ কৰা হৈছিল অম্বিকাগিৰী ৰায় চৌধুৰী ৰচিত নাটক 'জয়দ্ৰথ বধ'।

বৰপেটা অধিবেশনত যোগদান কৰা প্ৰতিনিধিৰ সংখ্যা ৫৮ জন। সভাত যোগদান কৰা বিশিষ্ট অতিথিসকলৰ ভিতৰত আছিল 'দৰং জিলাৰ পদ্মনাথ গোহাঞি বৰুৱা। ডালিম চন্দ্ৰ বৰা, মহাদেৱ শৰ্মা, দণ্ডিনাথ কলিতা, চন্দ্ৰনাথ শৰ্মা, শিৱসাগৰ যোৰহাটৰ দেবেশ্বৰ শৰ্মা, দেবেশ্বৰ বৰুৱা, বিষ্ণু প্ৰসাদ চলিহা, গুৱাহাটীৰ বিষ্ণুৰাম মেধি, যোগেন্দ্ৰনাথ বৰুৱা, ডাক্তৰ বিপিন বিহাৰী বৰা, কালিৰাম দাস ( বৰ্মন ), দুৰ্গানাথ বৰুৱা, কামাখ্যা ৰাম বৰুৱা, হৰকান্ত গোস্বামী, কামেশ্বৰ চক্ৰবৰ্তী, সুৰেশচন্দ্ৰ বেনাৰ্জী, নলবাৰীৰ প্ৰভাতচন্দ্ৰ গোস্বামী, যোগেশচন্দ্ৰ তামুলী, জ্ঞানদাভিৰাম বৰুৱা, সত্যনাথ বৰা, ৰঘুনাথ চৌধাৰী, গোৱালপাৰা জিলাৰ শিৱচন্দ্ৰ নাথ, হৰিশচন্দ্ৰ নাথ, বিপিনচন্দ্ৰ ঘোষ, বীৰ নাৰায়ণ ৰায়, ধৰ্মনাথ ঘোষ, জগবন্ধু চৰকাৰ, প্ৰমথনাথ চক্ৰবৰ্তী, পীতাম্বৰ চক্ৰবৰ্তী, হৰেশ্বৰ দাস, ভগবানচন্দ্ৰ বৰুৱা, ছিলঙৰ ৰজনীনাথ ঠাকুৰ, সৰ্বেশ্বৰ শৰ্মা কটকী, মনিকান্ত শৰ্মা প্ৰভৃতি।

বৰপেটা অধিবেশনত মুকলিমূৰীয়া ভাবে পুৰুষ প্ৰতিনিধিৰ লগত বহি সভাত যোগদান কৰিছিল চন্দ্ৰপ্ৰভা দাস ( পিছত শইকীয়ানী )। শইকীয়ানী তেতিয়া দীপলিপ গাভৰু। অকল যোগদান কৰাই নহয়, সভাপতিৰ আদেশো নামানি মঞ্চত উঠি এটি দীঘল বক্তৃতা

যি সকলোকে চমৎকৃত কৰিছিল। বৰপেটাৰ দৰে চহৰৰ ৰক্ষণশীল নাৰী সমাজৰ বাবে ই এক আচহুৱা কাৰ্য্য। মতা মানুহৰ লগত সমানে সমানে বহি, মতা মানুহৰ লগত সমানে সমানে বক্তৃতা দিয়া কাৰ্য্য সেই যুগত কেনেবা কেনেবা লগা কথা। চন্দ্ৰপ্ৰভা শইকীয়ানীৰ কথা সেয়েহে চহৰৰ মানুহৰ মুখে মুখে হৈছিল। এই গৰাকী দীপলিপ গাভৰুৱে যে এদিন অসম মহিলা সমাজৰ নেতৃত্ব দিব এই কাৰ্য্যই আছিল ইয়াৰ আগজাননী।

বৰপেটা অধিবেশনত সত্যনাথ বৰা প্ৰধান সম্পাদক নিৰ্বাচিত হয়। বৰপেটা অধিবেশন উপলক্ষে মুঠ ধন সংগ্ৰহ হৈছিল ২৮৯৮॥৵৬ আৰু খৰচ হৈছিল ২৭৭১।৯ টকা। ধন বাহি হৈছিল ১২৭।৵৯ টকা। সাহিত্য সভা উপলক্ষে অভ্যৰ্থনা সমিতিয়ে কৰা খুচুৰা হিছাপৰ ভিতৰত আছে তেজপাত ৸৹ ( বাৰ অনা ), চিলিম ২০ টা ।৹ ( চাৰি অনা )। হোকা ১০ টা ১।৹ ( এটকা চাৰি অনা ), চেকনি ৪ খন ৶৹ ( তিনি অনা )।

সেই সময়ত বৰপেটাত হোটেলৰ প্ৰচলন নাছিল। দূৰণিবটীয়া দৰ্শক সকলক বৰপেটাৰ ব্যৱসায়ী লোক সকলে তেওঁলোকৰ বৰ বৰ নাৱতে ৰান্ধি বাঢ়ি খুৱাইছিল।

মেধিৰ সভাপতিৰ অভিভাষণখন আছিল তথ্যপূৰ্ণ। অভিভাষণখন হাতে লিখা আছিল। সাহিত্য সভাৰ সভাপতিৰ ভাষণ আলোচনা কৰি চেতনাৰ সম্পাদকীয়ত লিখিছিল—

"যোৱা অসম সাহিত্য সম্মিলনৰ সভাপতি শ্ৰীযুত কালিৰাম মেধি এম. এ ডাঙৰীয়াৰ অভিভাষণ পঢ়ি সকলো পাঠকে সন্তোষ পাব। চিন্তা আৰু গৱেষণাৰ বিষয় পাব আৰু নতুন সাহিত্যিকে সাহিত্য আলোচনাৰ বাটত আগবাঢ়িবলৈ উৎসাহ পাব। বৰ্ত্তমান অসমীয়া সাহিত্যৰ অৱস্থা, জাতীয় সাহিত্য প্ৰকৃততে কেনে হব লাগে, কিন্তু কেনে হৈছে. আৰু গঢ়িবৰ প্ৰণালী কেনে হোৱা উচিত ইত্যাদি যিবোৰ বিষয় চিন্তাশীল শ্ৰোতাই শুনো বুলি আগ্ৰহেৰে কাণ পাতি আছিল সেই সকলোখিনি তেখেতৰ অভিভাষণত আমি ঠাওকতে পাইছোঁ। জাতীয় সাহিত্য সম্মিলনৰ সভাপতিৰ অভিভাষণত ইয়াতকৈও বেচি আৰু লাগতিয়াল কিছুমান কথা অনুসন্ধিৎসু পাঠকে বিচাৰিব সন্দেহ নাই। বিশেষকৈ মেধি ডাঙৰীয়াৰ নিচিনা উচ্চ শিক্ষিত আৰু পৰিমাৰ্জিত ৰুচিৰ লোকৰ পৰা।"[২]

"তেখেতৰ ৰচনা গৱেষণা আৰু পৰ্য্যবেক্ষণ পূৰ্ণ। বৰ্ত্তমান অসমীয়া সাহিত্য তেখেতে ভালকৈ পঢ়িছে, তাৰ ক্ৰিয়া আৰু গতি পুঙ্খানুপুঙ্খৰূপে লক্ষ্য কৰিছে। তাৰ উন্নতিৰ উপায় পৰ্য্যালোচনা কৰি এই প্ৰবন্ধত সন্নিবেশ কৰিছে। প্ৰাচীন অসমীয়া সাহিত্যৰ আদৰ্শ আৰু বৰ্ত্তমান অসমীয়া সাহিত্যৰ গতি আৰু লক্ষ্য বিজাই বৰ্ত্তমান সাহিত্যৰ দোষবোৰ স্পষ্টকৈ আঙুলিয়াই দেখুৱাইছে আৰু তাৰ প্ৰতিকাৰৰ উপায় বিচাৰি উলিয়াই দিছে। তেখেতৰ ভাষা সৰল আৰু প্ৰাঞ্জল। বিষয় বিভাগ আৰু ভাববোৰ সন্নিবেশ কৰা প্ৰণালীও

অতি উত্তম হৈছে। মুঠতে তেখেতৰ এই অভিভাষণ অসমীয়া সাহিত্যৰ অতুল সম্পদ বুলিব পাৰি।”[২]

সম্পাদকীয়ৰ দুই এঠাইত মেধিৰ অভিভাষণৰ দুই এটা কথা আলোচনাও কৰিছে। বিশেষকৈ অনুবাদ সাহিত্যৰ ক্ষেত্ৰত মেধিয়ে কৰা মন্তব্য। মেধিয়ে অনুবাদ সাহিত্যৰ প্ৰতি আগ্ৰহশীল নহয়। কিন্তু কিছুমান গ্ৰন্থৰ প্ৰতি আগ্ৰহশীল।

“বিজ্ঞান দৰ্শন আদি আমাৰ বিদ্যাবুদ্ধিৰে লেখিব নোৱাৰিলেও আমি অনুবাদ কৰি আমাৰ ভাষাত উলিয়াব পাৰোঁ। তাৰপৰা আমাৰ সমাজৰ উপকাৰ হব। সাহিত্য চৰ্চ্চাত সহায়কাৰী কিতাপো আমাৰ ভাষাত নাই। সাংখ্য, বেদান্ত, উপনিষদ, পুৰাণ আদিৰ অসমীয়া ভাঙনি আমাৰ বৰ লাগতিয়াল।”[৩]

কিন্তু অনাঅসমীয়াক যধেমধে অসমীয়া কৰা আৰু অসমীয়া শব্দক ইংৰাজী কৰি লিখাৰো মেধি ডাঙৰীয়া পক্ষপাতী নহয়।

“যি অঙ্গ আমাৰ নাই সেই অঙ্গ আনৰপৰা আনি আমাৰ ভাষাৰ অঙ্গ পূৰাব লাগিব। কিন্তু তাকো আমাৰ সাজ পিন্ধালেহে সামঞ্জস্য থাকিব। Mare's nest' ক ‘ঘূৰীৰ বাহ’ বুলি পোনে পোনে কৰিলে সি বিস্তুতকিমাকাৰ হব, অসমীয়াই বুজি নাপাব তাক জীৰ্ণ কৰা টান হব। ইংৰাজী 'Good morning' ক ‘সুপ্ৰভাত’ নকৰি ‘নমস্কাৰ’ কৰিলেহে আমাৰ ভাষাত শুৱলা হব। বহুত উদাহৰণৰ আৱশ্যক নাই। কিন্তু এটা কথা কওঁ ভুৰুৰাক দাৰেৰা, বৰুৱাক বৰোৱা, সন্দিকৈক হেন্দিক কৰি আমাৰ কথাকে ইংৰাজী সাজ পিন্ধোৱাটো বৰ দুখৰ কথা।”[৩]

অভিভাষণৰ শেষত মেধিয়ে বৰপেটাৰ ৰাইজক শলাগ জনাইছে “শেষত কওঁ বৰপেটাৰ মানুহৰ অভ্যৰ্থনাৰ বন্দোৱস্ত আৰু উৎসাহ নশলগাকৈ থাকিব নোৱাৰি। ।আমি অভ্যৰ্থনা সমিতিৰ সভাপতি, সম্পাদক, সভ্যসকল, স্বেচ্ছাসেৱকবৃন্দ আৰু বৰপেটাৰ সকলো লোকক অন্তৰেৰে সৈতে ধন্যবাদ দিছোঁ।”[৩]

কালিৰাম মেধিৰ অভিভাষণখন বিস্তৃত অধ্যয়ন আৰু গভীৰ জ্ঞানৰ নিদৰ্শন। বিশ্ব-সাহিত্যৰ লগত অসমীয়া সাহিত্যৰ ছবিখন ৰিজাই চাইছে। সাহিত্যৰ কেউটি বিভাগৰ কথা তেওঁ থৰচি মাৰি আলোচনা কৰিছে।

হেমকোষ পুনৰ ছপোৱাৰ কথা উল্লেখ কৰি চেতনাৰ সম্পাদকীয়ত লিখিছিল—

‘ যিহক, পলম নকৰি সকলোৱে লগলাগি হেমকোষ পুনৰ্মুদ্ৰণৰ কাম আৰম্ভ কৰি দিলেই জাতিৰো মঙ্গল আৰু সকলোৰে মঙ্গল। টকা বহুত লাগিব। ছপা, কাকত, বন্ধা ইত্যাদি খৰছৰ বাহিৰেও নানা ফালৰ পৰা লাগতিয়াল শব্দবোৰ গোটোৱা খৰছ আৰু পৰিশ্ৰমো আছে। ধন আৰু পৰিশ্ৰমৰ মূল্য সমান। গতিকে ৭।৮ বছৰ ধৰি পৰিশ্ৰম কৰি গুৱাহাটীৰ

শ্ৰীযুত ৰঘুনাথ চৌধাৰী ভাণ্ডৰীয়াই গোটোৱা যি প্ৰায় ৪৫০০ শব্দ অসম সাহিত্য সভাই লব খুজিছে, তাকো প্ৰায় ৫০০শ মান টকা দি কিনি লব লাগিব। এনে কৰিলে টকা খৰচ আৰু পৰিশ্ৰম খৰছ, এই দুয়োটা হেচাৰ এটা লাঘব হব।"[২]

**কামৰূপ অনুসন্ধান সমিতি ॥**

১৯১২ খৃঃত পোন প্ৰথমতে কামাখ্যা পাহাৰত কামৰূপ অনুসন্ধান সমিতিৰ জন্ম। প্ৰাচীন কামৰূপৰ বিষয়ে ইতিহাস চৰ্চ্চাই আছিল সমিতিৰ মূখ্য উদ্দেশ্য। প্ৰাচীন কামৰূপৰ পুৰাতত্ব, পুৰালিপি তত্ব, জাতি তত্ব, আচাৰ পদ্ধতি, মুদ্ৰা, শিলামূৰ্ত্তি, অস্ত্ৰ শস্ত্ৰ, শিলালিপি আদিৰ অনুসন্ধান আৰু সংগ্ৰহ কৰাই আছিল সমিতিৰ মূল লক্ষ্য।

কামাখ্যা পাহাৰত কামৰূপ অনুসন্ধান সমিতি স্থাপনৰ যি পৰিকল্পনা বা আঁচনি যুগুত কৰা হৈছিল সেই আঁচনি বাস্তৱত ৰূপ পালে ১৯১২ খৃঃৰ ৭ এপ্ৰিলৰ এখন সভাত। এই সভাত গঠন কৰা সমিতিৰ জন্ম লগ্নৰ সদস্য সকল আছিল মহামহোপাধ্যায় ধীৰেশ্বৰ ভট্টাচাৰ্য্য কবিৰত্ন, পদ্মনাথ ভট্টাচাৰ্য্য বিদ্যাবিনোদ, উত্তমচন্দ্ৰ বৰুৱা, প্ৰতাপচন্দ্ৰ গোস্বামী, ৰজনীকুমাৰ দাস, তাৰানাথ কাব্য বিনোদ, গোপাল কৃষ্ণ দে, সুৰেশচন্দ্ৰ বন্দোপাধ্যায়, উমেশ চন্দ্ৰ দে, আনন্দচন্দ্ৰ বেদান্ত বাগীশ, শিবনাথ স্মৃতিতীৰ্থ আৰু গোবিন্দ চন্দ্ৰ শৰ্মা।

পিছত কালিচৰণ সেন সমিতিৰ সম্পাদক আৰু ধনভৰালী নিৰ্বাচিত হয় (১৯১৪ খৃঃ)। এই কালছোৱাত হেমচন্দ্ৰ গোস্বামী, কনকলাল বৰুৱা, কালিৰাম মেধি চৰকাৰী চাকৰিৰ দায়িত্বত বিভিন্ন ঠাইত ঘূৰি ফুৰিব লগা বাবে যদিও সমিতিৰ লগত ঘনিষ্ঠভাবে জড়িত হব পৰা নাছিল, কিন্তু সমিতিৰ লগত সম্পৰ্ক ৰক্ষা কৰি নানান ভাবে সহায় সহযোগ আগবঢাইছিল। অনুসন্ধান সমিতিৰ জন্মৰ সময়ত কালিৰাম মেধি ডিব্ৰুগড়ত ই. এ. চি.। তেওঁ মঙ্গলদৈত থকা কালছোৱাবে পৰা সমিতিৰ সদস্য। ১৯১৫ খৃঃৰ ৮ চেপ্টেম্বৰৰ সভাত পাঠ কৰিবৰ বাবে মেধিয়ে 'গোৱালপাৰাৰ ইতিহাস' (History of Goalpara) শীৰ্ষক এটি প্ৰবন্ধ লিখি পঠিয়াইছিল।

১৯১৫খৃঃৰ পৰাই চৰকাৰৰ ঘৰত আবেদন কৰি সমিতিয়ে অনুদান লাভ কৰিছিল ২৫০ টকা। ১৯১৬-১৭ খৃঃত চিফ কমিচনাৰ আৰ্চডেল আৰ্ল চাহাবৰ সৌজন্যত অনুদান ১০০০ টকালৈ বৃদ্ধি কৰা হৈছিল।

---

২. সাহিত্য সম্মিলনৰ সভাপতিৰ অভিভাষণ, সম্পাদকীয় চেতনা, স. চন্দ্ৰনাথ শৰ্মা, অম্বিকাচৰণ ৰায় চৌধুৰী ১ম বছৰ ৭ম সংখ্যা।

৩. ভাষণাৱলী, ১ম ভাগ স. অতুল চন্দ্ৰ হাজৰিকা।

ইতিমধ্যে গুৱাহাটীৰ দীঘলী পুখুৰীৰ পাৰত সমিতিৰ বাবে এটি ঘৰ সজা হয়। ১৯১৭ খৃঃৰ ১৯ নবেম্বৰত কৰ্ণেল পি আৰ টি গৰ্ডন চাহাবে ভৱনটি উন্মোচন কৰিছিল। তেতিয়াৰ দিনত টিন পাতৰ এই ঘৰটোত খৰছ পৰিছিল ২১৮০ টকা। ধনভঁৰালী যোগেন্দ্ৰ নাথ বৰুৱাৰ তত্ত্বাৱধানত ঘৰটি নিৰ্মাণ কৰিছিল অচ্যুতানন্দ চৌধুৰীয়ে। সেইবছৰতে সমিতিখন নতুনকৈ গঠন কৰা হয়। সমিতিৰ সভাপতি ৰায়বাহাদুৰ ভুবন ৰাম দাস আৰু সম্পাদক কালিচৰণ সেন।

১৯১৮ খৃঃৰ পৰা ১৯২৩ খৃঃ লৈকে সমিতিৰ সভাপতি নিৰ্বাচিত হৈছিল হেমচন্দ্ৰ গোস্বামী। ১৯২৩ খৃঃৰ পৰা ১৯২৫ খৃঃ লৈকে জ্ঞানদাভিৰাম বৰুৱা ১৯২৫ খৃঃৰ পৰা মৃত্যুৰ মুহূৰ্তলৈকে পুনৰ হেমচন্দ্ৰ গোস্বামী।

এই কালছোৱাৰ সম্পাদক সকল কালিচৰণ সেন ( ১৯১৬ খৃঃ-২০খৃঃ ), বিষ্ণুৰাম মেধি ( ১৯২০ ২১ ), ডক্টৰ সূৰ্য্য কুমাৰ ভূঞা ( ৯২১-২২ ), উমাকান্ত গোস্বামী ( ১৯২২-২৬), ডক্টৰ সূৰ্য্য কুমাৰ ভূঞা ( ১৯২৬-২৯ ), শ্ৰীদিবাকৰ গোস্বামী।

এইকালছোৱাত কালিৰাম মেধি অনুসন্ধান সমিতিৰ লগত সক্ৰিয় ভাবে জড়িত হৈ পৰিবলৈ সুযোগ পোৱা নাছিল। চৰকাৰী কামত অত তত ঘূৰি ফুৰিছিল। অৱসৰ গ্ৰহণ কৰাৰ পিছতহে সক্ৰিয় ভাবে জড়িত হৈ পৰিছিল।

কালিৰাম মেধি অনুসন্ধান সমিতিৰ সদস্য মনোনীত হয় '৯৩৭ খৃঃৰ পৰা। বিষ্ণু প্ৰসাদ দুৱৰাৰ পৌৰহিত্যত অনুষ্ঠিত সভাত কালিৰাম মেধি, সৰ্বেশ্বৰ কটকী, যোগেন্দ্ৰ নাথ বৰুৱা আৰু গোপীনাথ বৰদলৈক কাৰ্য্যকৰী সমিতিৰ সদস্য মনোনীত কৰা হয়।

মেধিয়ে প্ৰথম বাৰৰ ৩১ মেই ১৯৩৭ খৃঃত অনুসন্ধান সমিতিৰ সভাত যোগদান কৰিছিল। তেতিয়া তেওঁ চৰকাৰী চাকৰিৰ পৰা অৱসৰ গ্ৰহণ কৰিছিল যদিও স্পেচিয়েল মেজিষ্ট্ৰেট স্বৰূপে পুনৰ যোগদান কৰিছিল।

ইয়াৰ পিছত বহুবাৰ অনুসন্ধান সমিতিৰ কাৰ্য্যনিৰ্বাহক সভা থুলৰ অভাৱত পাতিব পৰা নাছিল। সদস্যসকলৰ অনুপস্থিতিৰ বাবেই থুলত অভাৱ হৈছিল যদিও মেধি কিন্তু প্ৰতিখন সভালৈ আহি এনেয়ে উভতি যাব লগা হৈছিল। সমিতিৰ অন্যতম সদস্য যোগেন্দ্ৰ নাথ বৰুৱাৰ মৃত্যু হোৱাত তেওঁৰ ঠাইত ১৯৩৮ খৃঃৰ জানুৱাৰী মাহৰ পৰা মেধিক হিছাপ পৰীক্ষক নিযুক্ত কৰা হৈছিল।

'That Sj K R. Medhi M. A.—be appointed auditor, of K. A S in place of Jogendra Nath Barua B. L. deseased.

সেই সময়ত সমিতিৰ সভাপতি কনকলাল বৰুৱা। তেওঁ আহিব নোৱাৰিলে প্ৰায়ে মেধিয়ে সভাত সভাপতিৰ আসন গ্ৰহণ কৰিব লগা হৈছিল।

সেই সময়ত প্ৰাদেশিক সংগ্ৰহালয় ( মিউজিয়ামৰ ) কাম পুৰাদমে চলি আছিল। মিউজিয়ামৰ কাম সম্পূৰ্ণ কৰাত এখন ট্ৰাষ্ট বোৰ্ড গঠন কৰিব লগা হ'ল। এই ট্ৰাষ্ট বোৰ্ডৰ বাবে চৰকাৰে সমিতিৰ ফালৰ পৰা তিনি গৰাকী সদস্যৰ নাম বিচাৰিলে। ১৯৩৯ খৃঃৰ ২৬ জুনত কনকলাল বৰুৱাৰ সভাপতিত্বত অনুষ্ঠিত সভাত সদস্য বাচনিৰ কথা আলোচনা কৰা হয়। সভাত কেবাটাও নাম প্ৰস্তাৱ হ'ল। কটন কলেজৰ অধ্যাপক মহম্মদ মহিবুল্লাৰ নামো প্ৰস্তাৱ হ'ল। অধ্যাপক মহিবুল্লা একমাত্ৰ মুছলমান প্ৰাৰ্থী স্বৰূপে সভাপতিয়ে নিৰ্বাচিত হোৱা বুলি ঘোষণা কৰিলে।

'Prof Mahibulla being the only Mahammadan member duly proposed and seconded, the president declared that he was elected unopposed in nomination by the samity as the Muslim representative of the samity

বাকী প্ৰস্তাৱিত চাৰিজন সদস্য যোগেন্দ্ৰ নাথ বৰুৱা, কালিৰাম মেধি, সৰ্বেশ্বৰ কটকী আৰু শৰৎ চন্দ্ৰ গোস্বামীৰ মাজত ভোট হ'ল। যোগেন্দ্ৰ নাথ বৰুৱা আৰু কালিৰাম মেধি ভোটত জিকি মিউজিয়াম ট্ৰাষ্ট বোৰ্ডৰ সদস্য নিৰ্বাচিত হ'ল। ভোট পালে—

যোগেন্দ্ৰ নাথ বৰুৱা—১৩
কালিৰাম মেধি—১০
সৰ্বেশ্বৰ কটকী —৬
শৰৎ চন্দ্ৰ গোস্বামী —২

অনুসন্ধান সমিতিৰ ১২ ফেব্ৰুৱাৰী ১৯৪০ খৃঃত অনুষ্ঠিত সভাত টিৰুপতিত বহিব লগা অৰিয়েণ্টল কনফাৰেন্সৰ বাবে কালিৰাম মেধি আৰু সৰ্বেশ্বৰ শৰ্মাকটকীক প্ৰতিনিধি নিৰ্বাচত কৰিছিল।

১৯৩৯ খৃঃৰ ২১ চেপ্টেম্বৰত সংগ্ৰহালয়ৰ বাবে নতুনকৈ গঠনকৰা পৰিচালনা সমিতিৰ সদস্য সকল হ'ল সভাপতি কনকলাল বৰুৱা আৰু আন আন সদস্যসকল যোগেন্দ্ৰ নাথ বৰুৱা, কালিৰাম মেধি, চৈয়দ মহম্মদ মহিবুল্লা, ধনপত ৰায় কেডিয়া, কেদাৰমল ব্ৰাহ্মণ, ৰাজমোহন নাথ আৰু আজিজুৰ ৰহমান।

কনকলাল বৰুৱাৰ আকস্মিক মৃত্যুৰ পিছত সাময়িক ভাবে ডক্টৰ সূৰ্য্যকুমাৰ ভূঞা সভাপতি মনোনীত হয়, স্থায়ী সভাপতি মনোনীত কৰিছিল কালিৰাম মেধি ডাঙৰীয়াক।

কামৰূপ অনুসন্ধান সমিতিৰ মুখপত্ৰ The Journal of the Assam Research Society ১৯৩৩ খৃঃৰ এপ্ৰিল মাহৰ পৰা কনকলাল বৰুৱাৰ সম্পাদনাত প্ৰকাশ

হৈছিল। মৃত্যুৰ আগমুহূৰ্ত্তলৈকে কনকলাল বৰুৱাই অনুসন্ধান সমিতিৰ মুখপত্ৰ খনৰ সম্পাদক।

ইয়াৰ পিছত মুখপত্ৰ The Journal of the Assam Research Societyৰ প্ৰকাশৰ বাবে শৰৎচন্দ্ৰ গোস্বামীক মুখ্য সম্পাদক নিৰ্বাচিত কৰি এখন সম্পাদনা সমিতি গঠন কৰা হয়। সম্পাদনা সমিতিৰ সদস্য সকল হ'ল কালিৰাম মেধি, ৰাজমোহন নাথ, উমাকান্ত গোস্বামী আৰু দিবাকৰ গোস্বামী। উক্ত আলোচনীত মেধিৰ ভালেকেইটি তথ্য গধুৰ চিন্তাশীল প্ৰবন্ধ প্ৰকাশ পাইছিল (Vol. VIII, No. 1, January, 1941—to Vol X, No 3 & 4, October, 1942)।

মুখপত্ৰখনৰ সম্পাদনাৰ পথৰ কাইট ইমানতে আঁতৰি নগল। ১৯৪৪ খৃঃত নতুন দিল্লীত শৰৎচন্দ্ৰ গাস্বামীৰ মৃত্যু হ'ল। তেওঁৰ মৃত্যুৰ পিছত সম্পাদনা সমিতিখন পুনৰ নকৈ গঠন কৰিব লগা হ'ল। কালিৰাম মেধি, উমাকান্ত গোস্বামী আৰু প্ৰেমধৰ চৌধুৰীক লৈ সম্পাদনা সমিতি নকৈ গঠন কৰা হ'ল।

বিষ্ণুপ্ৰসাদ দুৱৰা সেই সময়ত অনুসন্ধান সমিতিৰ সভাপতি। তেওঁ সভাপতিৰ পদ ত্যাগ কৰাত তেওঁৰ ঠাইত কালিৰাম মেধিক বাকী কালছোৱাৰ বাবে সভাপতি নিৰ্বাচিত কৰিছিল।

'Resolved that the resignation of Shri B P. Dowarah from Presidentship of the Samity be accepted and Shri K. R. Medhi be elected unanimously President under sec. 16 of this Samiti's rule.'

১৯৫২ খৃঃৰ ১৬ আগষ্টত সমিতিৰ এখন বিশেষ সাধাৰণ সভা অনুষ্ঠিত হয়। উক্ত সভাতে কালিৰাম মেধি ডক্টৰ বাণী কান্ত কাকতি, উমা কান্ত গোস্বামী, প্ৰফুল্লদত্ত গোস্বামী সমিতিৰ কাৰ্য নিৰ্বাহকৰ সদস্য মনোনীত হয়। নতুন বছৰৰ বাবে ডক্টৰ বাণীকান্ত কাকতি সভাপতি, প্ৰফুল্ল দত্ত গোস্বামী আৰু প্ৰেমধৰ চৌধুৰী যুটীয়া সম্পাদক আৰু কালিৰাম মেধি কোষাধ্যক্ষ নিৰ্বাচিত হয়। সেইখন সভাত পৌৰহিত্য কৰিছিল মেধিয়ে। সভাপতি নিৰ্বাচিত হোৱাৰ কিছুদিন পিছতে ডক্টৰ কাকতিৰ মৃত্যু হ'ল। তেওঁৰ ঠাইত সমিতিৰ সভাপতি নিৰ্বাচিত হ'ল উমাকান্ত গোস্বামী।

১৯৫৩ খৃঃৰ ১২ এপ্ৰিলৰ সভাখনেই আছিল অনুসন্ধান সমিতিৰ মেধিয়ে অ শ গ্ৰহণ কৰা শেষ সভা। কালিৰাম মেধি সিদিনাৰ সভাৰ সভাপতি। ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱা, অৰবিন্দলাল বৰুৱা, ডক্টৰ প্ৰফুল্লদত্ত গোস্বামী, শৰৎচন্দ্ৰ গোস্বামী প্ৰেমধৰ চৌধুৰী প্ৰভৃতিয়ে সভাত যোগদান কৰিছিল।

১৯৫৪ খৃঃৰ ১০ জানুৱাৰীত অনুষ্ঠিত সভাখনত মেধিয়ে যোগ দিব পৰা নাছিল। ডক্টৰ

বিৰিঞ্চি কুমাৰ বৰুৱা আছিল সিদিনাৰ সভাৰ সভাপতি। সিদিনাৰ সভাত বিভিন্ন ঠাইৰ পৰা পুথি সংগ্ৰহ কৰাৰ কথা চিন্তা কৰি এখনি আঁচনি গ্ৰহণ কৰা হৈছিল। বিভিন্ন ঠাইৰ পৰা পুথি সংগ্ৰহৰ বাবে অসমৰ বহুতো ঠাইৰে বিশিষ্ট ব্যক্তি সকলক অনুৰোধ কৰিছিল। সমিতিৰ পক্ষৰ পৰাও কেইগৰাকীমান সদস্য পুথি সংগ্ৰহৰ বাবে যাবলৈ মন কৰিছিল। সমিতিৰ পুথি-ভঁৰালত থকা মহামোহ কাব্য, আনন্দ লহৰী, গীত গোবিন্দ, দীপিকা ছন্দ, ঠাকুৰ চৰিত, বভ্ৰুবাহনৰ যুদ্ধ আদি পুথি সমূহ সম্পাদনা কৰিবলৈ স্থিৰ কৰিছিল।

মেধি সংগ্ৰহালয়ৰ সভাপতি থকা কালছোৱাত সকলোৰে দান বিচাৰি এখনি আবেদন প্ৰচাৰ কৰিছিল।

An Appeal

Assam Provincial Museum Gauhati

The Board of Trustees appeal to the generous and patriotic public to contribute to the Assam Provincial Museam a public institution of great educative value in money and antiquities

K. Medhi

President Board of Trustees

Assam Provincial Museum

মেধি সভাপতি থকা কালছোৱাতে ১৯৪১ খৃঃৰ ২১ এপ্ৰিলত অসমৰ গৱৰ্ণৰ চাৰ ৰবাৰ্ট নীল ৰীডে সংগ্ৰহালয় মুকলি কৰিছিল। ১৯৫৩ খৃঃৰ মাৰ্চ মাহৰ পৰা সংগ্ৰহালয়ৰ পৰিচালনাৰ সম্পূৰ্ণ ভাৰ চৰকাৰৰ হাতলৈ নিয়া হয়।

কালিৰাম মেধিয়ে শেষ জীৱনত অনুসন্ধান সমিতি আৰু সংগ্ৰহালয়ৰ লগত বিভিন্ন দায়িত্ব বহন কৰি জড়িত আছিল। সংগ্ৰহালয় আৰু সমিতিৰ নানান ধৰণৰ উন্নতি আৰু প্ৰসাৰতাৰ কথা চিন্তা কৰিছিল।

মেধিৰ মৃত্যুত ১৯৫৪ খৃঃৰ ২৯ জানুৱাৰীত অনুষ্ঠিত সভাত এটি শোক প্ৰস্তাৱ গ্ৰহণ কৰি অনুসন্ধান সমিতি আৰু সংগ্ৰহালয়ৰ বাবে মেধি কৰা কৰ্মৰাজিৰ কথা আলোচনা কৰিছিল।

The Executive Committee of the K A. S's sitting to day records its deepsense of loss at the demise of Shri K R. Medhi. Treasurer and Joint Editor of the Journal of the Samitee as well as a noted scholar and pray to God for the peace of his soul.

**শ্ৰীশ্ৰীশঙ্কৰদেৱৰ পঞ্চশততম জন্মোৎসৱ ॥**

মহাপুৰুষ শ্ৰীশ্ৰীশঙ্কৰদেৱৰ পাঁচ শ বছৰীয়া জন্মতিথি উপলক্ষে বৰপেটা সত্ৰত পাঁচ দিনীয়া কাৰ্য্যসূচীৰে উছৱ পালন কৰা হৈছিল। বৰদোৱা, গড়মূৰ, বেলগুৰি, ধুৱাহাটা উত্তৰ কমলাবাৰী, কোৱামাৰা, সুন্দৰীদিয়া আৰু নিকামূল সত্ৰৰ সত্ৰাধিকাৰৰ যোগদানে উছৱৰ সৌষ্ঠৱ বঢ়াইছিল।

বৰপেটা আৰু বিভিন্ন সত্ৰৰ পৰা সংগৃহীত শ্ৰীশ্ৰীশঙ্কৰদেৱ আৰু শ্ৰীশ্ৰীমাধৱদেৱৰ সেৱাৰ বস্তু সমূহৰে আয়োজন কৰা প্ৰদৰ্শনীখন আছিল উছৱৰ অন্যতম আকৰ্ষণ। বৰপেটাৰ সত্ৰৰ ভিতৰতে আয়োজন কৰা এই প্ৰদৰ্শনীখনত প্ৰদৰ্শন কৰা সেৱাৰ বস্তু সমূহ হল—মহাপুৰুষ শঙ্কৰদেৱে নিজ হাতে লিখা দ্বিতীয় স্কন্ধ, দশম স্কন্ধ, একাদশ স্কন্ধ ভাগৱত, শ্ৰীমাধৱদেৱে নিজহাতে লিখা নামঘোষা, ৰত্নাৱলী, শ্ৰীশঙ্কৰদেৱৰ মালা, সাগৰ ফেনা, কমলিৰ অংশ, ব্যৱহাৰ কৰা টেমি, কটাৰী, সফুৰা, ভোজনৰ বাটি, শ্ৰীমাধৱদেৱে মথুৰাদাস বুঢ়া আতাক দিয়া নাগৰি টকা দুটা, শ্ৰীশঙ্কৰদেৱে বতুল আতাক দিয়া মঞ্জুৰা, তাল, শ্ৰীমাধৱদেৱৰ পদশিলা প্ৰভৃতি।

উত্তৰ কমলাবাৰী, ধুৱাহাটা, বেলগুৰি, প্ৰভৃতি সত্ৰৰ পৰা সেৱাৰ বস্তু সমূহ ভকত সকলে নাম কীৰ্ত্তন কৰি আনিছিল নাৱেৰে।

উৎসৱৰ মণ্ডপ সজা হৈছিল বৰপেটা সত্ৰৰ ভিতৰত আৰু চিনপৰা ভিঠিত। এই উৎসৱ ১৮৭০ শকৰ ২৬ আহিনৰ ( '৯৪৮ খৃঃ, অক্টোবৰ ) পৰা ৫ দিনীয়াকৈ বহিছিল। সভাত নিখিল ভাৰত ৰাষ্ট্ৰ ভাষা প্ৰচাৰ সমিতিৰ সভাপতি কাকা কালেলকাৰ, সুচেতা বেন আৰু অসমৰ মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈয়ে যোগদান কৰিছিল।

প্ৰথম দিনাই সেৱাৰ বস্তুৰ প্ৰদৰ্শনী উদ্বোধন কৰিছিল সত্ৰাধিকাৰ চন্দ্ৰকান্ত মিশ্ৰদেৱ। চিনপৰা ভিঠিত অনুষ্ঠিত সভাৰ প্ৰথম দিনৰ আলোচ্য বিষয় শ্ৰীশঙ্কৰদেৱৰ জীৱন চৰিত। মুখ্যমন্ত্ৰী গোপীনাথ বৰদলৈয়ে সভাত উপস্থিত হৈও অসুস্থতা বশতঃ সভাপতিত্ব কৰিব নোৱাৰা কাৰণে ডক্টৰ সূৰ্য্য কুমাৰ ভূঞাই সভা পৰিচালনা কৰিছিল। সভা উদ্বোধন কৰিছিল কাকা কালেলকাৰে। সভাত গোপীনাথ বৰদলৈ, ডেকাসত্ৰাধিকাৰ ধৰ্মেশ্বৰ মহন্ত, হৰিনাৰায়ণ দত্তবৰুৱা, উপেন্দ্ৰ চন্দ্ৰ লেখাৰু আদিয়ে বক্তৃতা দিয়ে।

পিছৰ কেইদিন সত্ৰৰ প্ৰাঙ্গণতে সভা অনুষ্ঠিত হৈছিল। দ্বিতীয় দিনাৰ আলোচনাৰ বিষয় শ্ৰীশঙ্কৰদেৱৰ ধৰ্মমত, সভাপতি শ্ৰীকৃষ্ণানন্দ ব্ৰহ্মচাৰী। হৰিপ্ৰসন্ন তামুলি ফুকন, কালিৰাম মেধি আৰু জিম্বেশ্বৰ কাকতি বিশিষ্ট বক্তা।

তৃতীয় দিনাৰ আলোচনাৰ বিষয় শ্ৰীশঙ্কৰদেৱৰ সাহিত্য। সভাপতি উপেন্দ্ৰ চন্দ্ৰ লেখাৰু। শ্ৰীশঙ্কৰদেৱৰ সাহিত্য সম্পৰ্কে আলোচনা কৰিছিল সাহিত্য সভাৰ সভাপতি

নীলমণি ফুকন, হৰমোহন দাস, হৰগোবিন্দ শৰ্ম্মা, স্বামী কৃষ্ণানন্দ ব্ৰহ্মচাৰী, সৰ্বানন্দ ৰাজকুমাৰ, তিলক চন্দ্ৰ মহন্ত প্ৰভৃতিয়ে।

চতুৰ্থ দিনাৰ আলোচনাৰ বিষয় শঙ্কৰদেৱৰ কলা। চতুৰ্থ দিনাৰ সভাৰ সভাপতি কালিৰাম মেধি। খগেন্দ্ৰ নাথ দাস নিৰ্দিষ্ট বক্তা।

পঞ্চম দিনাৰ সভাৰ আলোচনাৰ বিষয় শঙ্কৰদেৱৰ ধৰ্মৰ সংগঠন, সংস্কাৰ আৰু প্ৰচাৰ। পঞ্চম দিনাৰ ৰাজহুৱা সভাৰ সভাপতি গড়মূৰীয়া সত্ৰাধিকাৰ শ্ৰীশ্ৰীপীতাম্বৰ দেৱ গোস্বামী। হৰমোহন দাস নিৰ্দিষ্ট বক্তা।

শ্ৰীশঙ্কৰদেৱৰ ধৰ্মমত শীৰ্ষক আলোচনাত নিৰ্দিষ্ট বক্তা স্বৰূপে দিয়া কালিৰাম মেধিৰ ভাষণ আছিল তথ্যবহুল, পাণ্ডিত্যপূৰ্ণ আৰু জ্ঞান গভীৰ। চতুৰ্থ দিনাৰ সভাত সভাপতি স্বৰূপে দিয়া ভাষণখনিও এখনি জ্ঞান গভীৰ ভাষণ। মেধিৰ দুয়োখন ভাষণেই দীঘলীয়া।

### বেজবৰুৱাৰ আৱক্ষ মূৰ্ত্তি ॥

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ বিয়োগত ১৯৩৮ খৃঃৰ ২৯ মাৰ্চত গুৱাহাটী কাৰ্জন হলত (এতিয়া নবীন বৰদলৈ হল) অসমীয়া ভাষাৰ উন্নতি সাধিনী সভাৰ জৰিয়তে আহ্বান কৰা ৰাজহুৱা সভাত বেজবৰুৱাৰ স্মৃতি ৰক্ষাৰ বাবে এখনি সমিতি গঠন কৰা হয়। সমিতিৰ সভাপতি তৰুণৰাম ফুকন আৰু সম্পাদক কালিৰাম মেধি। যোগেন্দ্ৰ নাথ বৰুৱা সমিতিৰ ধন ভঁৰালী, হৰমোহন দাস আৰু সৰ্বেশ্বৰ শৰ্মা কটকী সমিতিৰ সহকাৰী যুটীয়া সম্পাদক। সমিতিৰ প্ৰথম অধিবেশনখন সেই বছৰৰে ৩০ এপ্ৰিলত বহিছিল। সমিতিয়ে তলৰ প্ৰস্তাৱ কেইটি গ্ৰহণ কৰে।

সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱা স্মৃতি ৰক্ষা সমিতি

১৯৩৮

কাৰ্জন হল

৩০।৪।৩৮

অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ জৰিয়তে ২৯।৩।৩৮ তাৰিখে পতা গুৱাহাটী ৰাইজৰ লক্ষ্মীনাথ বেজবৰুৱাৰ মৃত্যুত শোক প্ৰকাশ কৰা মুকলি সভাত গঠিত হোৱা কাৰ্য্য-নিৰ্বাহক সমিতিৰ প্ৰথম অধিবেশন কাৰ্জন হলত বহে। এই সমিতিত তলত নাম দিয়া লোক সকল উপস্থিত আছিল।

| | |
|---|---|
| তৰুণৰাম ফুকন | সোণাৰাম চৌধুৰী |
| জ্ঞানদাভিৰাম বৰুৱা | কালিৰাম মেধি |
| ৰঘুনাথ চৌধাৰী | মহম্মদ চালেহ |

| | |
|---|---|
| যোগেন্দ্ৰ নাথ বৰুৱা | বিষ্ণুপ্ৰসাদ দুৱৰা |
| হৰমোহন দাস | ভুবনেশ্বৰ বৰুৱা |
| স্নেহলতা বৰুৱা | গৌৰীদত্ত মিশ্ৰ |
| সৰ্বেশ্বৰ শৰ্মা কটকী | |

লক্ষ্মীনাথ বেজবৰুৱাৰ স্মৃতি ৰক্ষাৰ বাবে তলত দিয়া প্ৰস্তাৱ কেইটি সৰ্বসম্মতি ক্ৰমে গৃহীত হয়।

১। গুৱাহাটী ৰাইজৰ তৰফৰ পৰা গঠিত এই কাৰ্য্য নিৰ্বাহক কমিটিৰ নাম লক্ষ্মীনাথ বেজবৰুৱা স্মৃতি ৰক্ষা সমিতি দিয়া হওক।

২। সাহিত্যৰথী লক্ষ্মীনাথ বেজবৰুৱাৰ স্মৃতি ৰক্ষাৰ্থে এটি মৰ্মৰ মূৰ্ত্তি স্থাপন কৰা হওক।

৩। সেই উদ্দেশ্যে আৱশ্যকীয় ধন তোলা হওক।

৪। ইতিমধ্যে মৰ্মৰ মূৰ্তিৰ নিৰ্মাণৰ খৰছ কিমান লাগিব তাক কলিকতা, বোম্বাই আদি স্থানৰ পৰা লিখালিখি কৰি ঠিক কৰা হওক।

৫। খৰছৰ হিচাপ পালে সৰ্বসাধাৰণক জনাবৰ কাৰণে বাতৰি কাকতত প্ৰকাশ কৰা হওক। পুনৰ সভা পাতি পূৰ্ণ মূৰ্তি নে অৰ্দ্ধ মূৰ্তি হব পাৰে তাৰ নিৰূপণ হব পোৱা ধনৰ পৰিমানলৈ চাই।

৬। মূৰ্তি প্ৰস্তুত হলে সেই মূৰ্তি গুৱাহাটীৰ কোন ঠাইত প্ৰতিষ্ঠিত কৰা হব তাকো সভাপতি কাৰ্য্যনিৰ্বাহক সমিতিৰ মতামত সহিতে সাধাৰণ সভাৰ মতলৈ স্থিৰ কৰিব।

৭। সমিতিৰ যাবতীয় কাৰ্য্য সম্পাদনাৰ বাবে তলত নাম দিয়া বিষয়া সকল নিযুক্ত হওক।

শ্ৰীতৰুণৰাম ফুকন—সভাপতি
শ্ৰীকালিৰাম মেধি—সম্পাদক
শ্ৰীসৰ্বেশ্বৰ শৰ্মা কটকী } যুটীয়া সম্পাদক
শ্ৰীহৰমোহন দাস
শ্ৰীযোগেন্দ্ৰ নাথ বৰুৱা—ধন ভৰালী

স্বঃ তৰুণৰাম ফুকন
সভাপতি
৩০।৪।৩৮

সমিতিৰ আন আন সদস্য সকল হল জ্ঞানদাভিৰাম বৰুৱা, বিষ্ণুপ্ৰসাদ দুৱৰা, ভুবনেশ্বৰ বৰুৱা, স্নেহলতা বৰুৱা, প্ৰতাপ নাৰায়ন চৌধুৰী, গৌৰীদত্ত মিশ্ৰ, ৰঘুনাথ চৌধাৰী,

সোণাৰাম চৌধুৰী, অম্বিকাগিৰী ৰায়চৌধুৰী, মৌলবী হেৰাচত উল্লা, দৈৱচন্দ্ৰ তালুকদাৰ, অতুলচন্দ্ৰ হাজৰিকা, জলতিৰাম মহন্তৰ, সতীশচন্দ্ৰ ৰয়।

কেইজনমান সদস্যৰ মৃত্যু ঘটাত লক্ষেশ্বৰ শৰ্মাবৰুৱা, জানকীনাথ দাস নবীচ, ঈশ্বৰপ্ৰসাদ চৌধুৰী, মহম্মদ মহিবুল্লা, আৰু কাশীকান্ত বৰুৱাক নতুন সদস্যভুক্ত কৰা হয়। তৰুণৰাম ফুকনৰ মৃত্যুত সভাপতি নিৰ্বাচিত হয় বিষ্ণুপ্ৰসাদ দুৱৰা। সমিতিখনৰ নাম দিয়া হয় 'স্বৰ্গীয় লক্ষ্মীনাথ বেজবৰুৱা স্মৃতি ৰক্ষা সমিতি।' সমিতিয়ে বেজবৰুৱাৰ এটি মাৰ্বলৰ মূৰ্তি প্ৰতিষ্ঠা কৰিব নে, স্মৃতি মন্দিৰ সাজিব এই বিষয়ে গুণা গথা কৰি শেষত এটি মাৰ্বলৰ আবক্ষ মূৰ্তি সাজিবলৈ স্থিৰ কৰা হয়। এই বিষয়ে ধন সংগ্ৰহত উঠিপৰি লাগে সম্পাদক স্বৰূপে কালিৰাম মেধি নিজেই। ঘোঁৰাৰ বাগীত ৰঘুনাথ চৌধাৰী আৰু হৰমোহন দাসক তুলি লৈ চহৰখনৰ ইমূৰৰ পৰা সিমূৰলৈ ঘূৰি ধন সংগ্ৰহ কৰিছিল। মেধিৰ প্ৰচেষ্টাতে প্ৰায় দুহেজাৰ টকা বৰঙনি আদায় হয়।

পৃথিবী বিয়পা মহাসমৰৰ বাবে মানুহৰ থান থিত নোহোৱা হৈছিল। গুৱাহাটী চহৰো আধাআধি মিলিটাৰীৰ কবলত। ফলত কিছুদিনলৈ মৰ্মৰ মূৰ্তি সজা প্ৰস্তাৱ গাপ মাৰি আছিল। ১৯৪১ খৃঃতে কলিকতাৰ এজন শিল্পীক মূৰ্তিটো কৰিবলৈ দিছিলে। তেওঁক আগধনো দিয়া হৈছিল। কাম আৰম্ভ কৰোতেই শিল্পীজনৰ মৃত্যু হ'ল। পিছত মৃত শিল্পীৰ ভায়েক পি গুপ্তই মূৰ্তি নিৰ্মাণৰ কাম হাতত ললে। ইতিমধ্যে অসুবিধাৰো সন্মুখীন হব লগা হৈছিল। ১৯৪৯ খৃঃৰ চেপ্টেম্বৰ মাহতহে মূৰ্তি নিৰ্মাণৰ কাম সম্পূৰ্ণ হল। মূৰ্তিটোত খৰছ পৰিছিল ১৪৫০ টকা। মূৰ্তিটো স্থাপন কৰা স্থান সম্পৰ্কে নানান আলোচনা বিলোচনাৰ পিছত নবীন বৰদলৈ হলৰ ভিতৰতে স্থাপন কৰাৰ কথা স্থিৰ কৰিলে।

মূৰ্তিটো জাহাজেৰে কলিকতাৰ পৰা আনি গুৱাহাটী পালেহি। এদিন সন্ধিয়া ঘোঁৰা গাড়ীৰে জাহাজ ঘাটৰ পৰা মেধিৰ ঘৰলৈ অনা হ'ল। ঘোঁৰাগাড়ীৰ পৰা নমাবৰ সময়ত মেধিৰ কি তৎপৰতা। কৰবাত মূৰ্তিটো খুট লাগিব, নষ্ট হব এই ভয়।

'এ লাহে লাহে নমাবি। চাবি ভালকৈ নমাবি। সাবধান ভালকৈ নমাবি' বুলি কিমান চিঞৰ-বাখৰ কিমান তৎপৰতা। এদিন অতি সাবধানেৰে গুৱাহাটীলৈ অনা বেজবৰুৱাৰ আবক্ষ মূৰ্তি কাৰ্জন হলত প্ৰতিষ্ঠা কৰা হ'ল।

বেজবৰুৱাৰ ঠিক মৃত্যুৰ পিছতে ৰাজহুৱা সভাত প্ৰস্তাৱ গ্ৰহণ কৰা আৰু সভা গঠন কৰাৰ সুদীৰ্ঘ ১৩ বছৰ পিছত ১৯৫১ খৃঃৰ ১ জুলাই দেওবাৰে আবক্ষ মূৰ্তিটো উন্মোচন কৰিলে জয়ৰাম দাস দৌলতৰামে। সেই উপলক্ষে অনুষ্ঠিত সভাত বক্তৃতা দিছিলে জ্ঞানদাভিৰাম বৰুৱা, বেণুধৰ শৰ্মা কৰা সত্যব্ৰত মুখাৰ্জীয়ে।

বক্তৃতা প্ৰসঙ্গত জয়ৰাম দাস দৌলতৰামে বেজবৰুৱাকে আদি কবি প্ৰতিভাশালী লিখকৰ উৎকৃষ্ট ৰচনাবোৰ হিন্দী নাইবা ইংৰাজীলৈ তৰ্জমা কৰিবলৈ উপদেশ দিছিল।

মূৰ্তি নিৰ্মাণৰ ইতিহাস, দাতা সকলৰ তালিকা আৰু খৰছৰ হিছাপ সহ এটি প্ৰতিবেদন ছপা কৰি সভাত পাঠ কৰিছিল। ( Report on memorial to the late Sahitya Rathi Lakshmi Nath Bezbarua 1951. ) প্ৰতিবেদনত এটকা-দুটকা ৰৰঙনি দিওতা সকলৰ নামো ছপা কৰিছিল। বিভিন্ন ব্যক্তি আৰু প্ৰতিষ্ঠানৰ পৰা লাভ কৰা মুঠ ৰৰঙনী ২০০০ টকা।

খৰছ

| | |
|---|---|
| আৰ্টিষ্টলৈ দিয়া— | ১৪৫০ |
| জাহাজ ভাড়া— | ২৫॥৶০ |
| কুলি খৰছ— | ৭ |
| ৰূপৰ নাম প্লেট— | ৪৬ |
| পেট্ৰোল— | ৩০ ৷১৯ পাই |
| ৰিক্‌ছা ভাড়া | ৫ |
| গাড়ী ভাড়া— | ১১৮।'০ |
| পোষ্টেজ— | ৭৮৲ ৩ পাই |
| কমিচন— | ১১৲ |
| নোটীছ জাৰীৰ খৰছ— | ১৯৲ |
| প্ৰিণ্টিং খৰছ— | ১৫৲ |
| বিলাতি মাটি চিমেণ্ট— | ১৭ |
| টেলিগ্ৰাম— | ৪।০ |
| ওৰনি কাপোৰ— | ৩ |
| মিটিং— | ৩০ |

প্ৰতিবেদনখনৰপৰাই অনুমান কৰিব পাৰি কালিৰাম মেধি ৰাজহুৱা জীৱনত কেনেদৰে নিকা হৈ থাকিব বিচাৰিছিল। আৱশ্যক মূৰ্তি উন্মোচন কৰাৰ সময়তে ইয়াৰ পুঙ্খানুপুঙ্খ আয় ব্যয়ৰ হিছাপ লগে লগে দাঙি ধৰিছিল।

## আন আন সভা-সমিতি ॥

কালিৰাম মেধি নীৰৱ কৰ্মী পুৰুষ। যলৈকে তলৈকে গৈ সভা সমিতি কৰি ফুৰা বিধৰ লোক নহয়। সভা সমিতিত যোগদান কৰি নিজকে যশাই ফুৰা বা যশ প্ৰাৰ্থী

প্ৰকৃতিৰ নাছিল। সেইবাবে মেধিয়ে যোগদান কৰা সভা-সমিতিৰ সংখ্যা সৰহ নহয়। সেইবুলি তেওঁ একেবাৰে সভা-সমিতিত যোগ নিদিয়া বিধৰো নহয়। প্ৰয়োজন বোধে যোগদান কৰিছিল। মহকুমাধিপতি স্বৰূপে তেওঁ বহুতো সভা সমিতিতে পৌৰহিত্য কৰিব লগা হৈছিল।

বক্তা হিছাপে মেধি দৰ্শকক মুগ্ধ কৰিব পৰা বা হাত চাপৰি লাভ কৰিবপৰা শ্ৰেণীৰ নহয়। তেওঁৰ বক্তৃতা উৰাই দিয়া বিধৰ বক্তৃতা নহয়। ধীৰ স্থিৰ স্বভাৱৰ মেধি ডাঙৰীয়াই সভা-সমিতিত যিখিনি কথা কৈছিল সেইখিনি জুখি জুখি কোৱা কথা সাৰ-গৰ্ভ পূৰ্ণ।

১৯৩৪।৩৫ খৃঃত কটন কলেজৰ চুদমাৰ্চন হলত ৩বাৰ শ্ৰীশঙ্কৰদেৱৰ তিথিত কালিৰাম মেধিক সভাপতি স্বৰূপে আমন্ত্ৰণ জনাইছিল। নলিনী কান্ত বৰুৱা তেতিয়া ডেকা মেধাবী ছাত্ৰ। এইজন মেধাবী ছাত্ৰই অকালতে প্ৰাণ হেৰুৱাইছিল। তেওঁ মুকলি সভাত শ্ৰীশঙ্কৰদেৱক ৰাঢ়ভাবে সমালোচনা কৰিছিল। বৰুৱাৰ এনেধৰণৰ আচৰণত মেধি বৰ ক্ষুণ্ণ হয়। সভাপতিৰ ভাষণত মেধিয়ে আক্ষেপৰ সুৰত কয় 'যি গৰাকী মহাপুৰুষক আমি ৰাতিপুৱা গধূলি দিনে ৰাতি স্মৰণ কৰোঁ, যিজনক আদৰ্শ স্বৰূপে লৈ নাম প্ৰসঙ্গ কৰো, যিজনাৰ পবিত্ৰ স্মৃতিত আজি সোঁৱৰণী সভা পাতিছোঁ, সেইজনা মহাপুৰুষক আজি ডাক্তৰ সকলে ডিচেকৃটিং টেবুলত পোষ্টমৰ্টেম কৰাৰ দৰে কৰাটো উচিত হোৱা নাই। তেনে কৰিবলৈ হলে এনে সভালৈ আমাক নমতাই ভাল। যাক স্মৰণ কৰিবলৈ আমি সভা পাতিছোঁ সিজনাক এনেদৰে সমালোচনা কৰাটো ঠিক হোৱা নাই'।

প্ৰবাসী বঙ্গ সাহিত্য সম্মিলনৰ ষোড়শ অধিবেশন ১৯৪৫ খৃঃৰ বৰদিনৰ বন্ধত গুৱাহাটীত বহিছিল। প্ৰধানমন্ত্ৰী গোপীনাথ বৰদলৈয়ে সভা উদ্বোধন কৰিছিল। বঙ্গদেশৰ অনুৰূপা দেবী সম্মিলনৰ সভানেত্ৰী। গুৱাহাটীৰ দুই চাৰিজন নেতৃস্থানীয় লোকৰ লগতে কালিৰাম মেধিকো সভালৈ নিমন্ত্ৰণ জনাইছিল। মেধিয়ে সভাত যোগদান কৰিছিল।

সভানেত্ৰী অনুৰূপা দেবীয়ে তেওঁৰ ভাষণ প্ৰসঙ্গত কৈছিল 'আসাম দেশে বৈষ্ণব ধৰ্ম প্ৰবৰ্তক শ্ৰীশঙ্কৰদেব, সাক্ষাত সম্বন্ধে শ্ৰীচৈতেন্যদেবেৰ মন্ত্ৰ শিষ্য না হইলেও তাহাৰ নিকট যে প্ৰেমভক্তি শিক্ষা গ্ৰহণ কৰিয়াছিলেন এবং চৈতন্য প্ৰেম যে তাহাৰ হৃদয়েৰ অন্তস্থল অবধি প্ৰবাহিত হইয়াছিলেন তাহাতে কোন সংশয় থাকিতে পাৰে না।'

অনুৰূপা দেবীৰ এনেধৰণৰ যুক্তিহীন তৰল মন্তব্য আনে সহজ ভাবে গ্ৰহণ কৰিলেও কালিৰাম মেধিয়ে কৰিব নোৱাৰিলে। মেধিয়ে ইংৰাজীত 'Impression of the Pravasi-Vanga Sahitya Sanmelan' শীৰ্ষক এটা প্ৰবন্ধ লিখি প্ৰকাশ কৰিলে।

প্ৰবন্ধটোত তেওঁ যুক্তি সহকাৰে প্ৰমাণ কৰি দেখুৱালে চৈতন্য দেৱৰ ওচৰত শ্ৰীশঙ্কৰদেৱে প্ৰেম ভক্তি শিক্ষা গ্ৰহণ কৰা মন্তব্য ভিত্তিহীন অমূলক ( sweeping statement )। শ্ৰীশঙ্কৰদেৱৰ জন্ম ১৪৪৯ খৃঃত আৰু শ্ৰীচৈতন্যৰ ১৪৮৬ খৃঃত। শ্ৰীচৈতন্যৰ জন্মৰ পূৰ্বতে তেওঁ প্ৰথম বাৰ তীৰ্থ ভ্ৰমণ কৰিছে। বৈষ্ণৱ ধৰ্মমত প্ৰচাৰ কৰি ধৰ্মগ্ৰন্থ আদি ৰচনাত একাগ্ৰপতীয়াকৈ লাগিছে। মেধিয়ে তেওঁৰ প্ৰবন্ধত যুক্তি সহকাৰে সকলো কথা ব্যাখ্যা কৰিছে।

গতিকে মেধিৰ জীৱনী অনুশীলন কৰিলে দেখা যায় সভা-সমিতিলৈ গলেও মেধি এজন নীৰৱ দৰ্শক নহয়। অন্যায় ভুল মন্তব্যৰ প্ৰতিবাদ কৰিবলৈ মেধি দৃঢ়।

**মজলীয়া স্কুল শিক্ষক সন্মিলন ॥**

১৯৩৭ খৃঃত কালিৰাম মেধিৰ জন্ম স্থান বামদিয়া গাৱঁতে কামৰূপ মজলীয়া স্কুল শিক্ষক সন্মিলন অনুষ্ঠিত হৈছিল। সন্মিলনৰ কালিৰাম মেধি অভ্যৰ্থনা সমিতিৰ সভাপতি। মূল সভাৰ সভাপতি ফখৰুদ্দিন আলি আহমদ। আলি আহমদ তেতিয়া ডেকা ব্যাৰিষ্টাৰ। আলোচনা চক্ৰৰ সভাপতি সুৰেশ চন্দ্ৰ গোহাঁই। সভাখন বহিছিল বামদিয়া মজলীয়া স্কুলত। সভা তিনিদিনীয়াকৈ বহিছিল।

বৰপেটাত অনুষ্ঠিত মণ্ডল কাননগো সন্মিলনৰ সভাপতি আছিল কালিৰাম মেধি।

# ৮. কালিৰাম মেধিৰ ব্যক্তিত্ব

কালিৰাম মেধি মানুহ হিচাপে সহজ সৰল আৰু গহীন গম্ভীৰ। মেধি এজন খাচ গাৱঁলীয়া ল'ৰা। গাৱঁলীয়া ল'ৰাৰ জীৱন নগৰীয়া ল'ৰাৰ জীৱনতকৈ কিছু সুকীয়া। গাৱঁলীয়া মানুহে বেহা-বেপাৰ বা অইন যি কামকে নকৰক মূলত কৃষিজীৱি। কৃষিজীৱি পৰিয়ালত জন্মলাভ কৰা লোকসকল জীৱনৰ এছোৱা কাল গাৱঁৰ বোকা পানী খচি ডাঙৰ দীঘল হব লগা হয়। সেইবাবে গাৱঁৰ প্ৰকৃত জীৱনৰ লগত পৰিচিত।

কালিৰাম মেধিয়ে গাৱঁৰ এখন ভৰপূৰ আঢ্যবন্ত পৰিয়ালত জন্মলাভ কৰিছিল যদিও সকৰে পৰা পামত গৈ খেতি-বাতিত লগা, ম'হ চৰা আদিঁ এক শ এটা কামত সদায় লাগি ভাগি দিছিল। মেধিয়ে উচ্চ প্ৰাইমাৰী পৰীক্ষাত উত্তীৰ্ণ হৈ সিমানতে পঢ়া শেষ হোৱা বুলি ঘৰৰ পৰা নিলগত থকা পামত আছিল। সেই কথা আমি পূৰ্বতে উল্লেখ কৰিছোঁ।

সেই সময়ত কলেজিয়েট হাইস্কুলত ছাত্ৰাবাস আছিল যদিও তেওঁ টকোবাৰীত বাহা কৰি পঢ়াশুনা কৰিছিল। শনিবাৰে ঘৰলৈ আহি উভতি যাওঁতে ভাৰ বান্ধি খৰি-খেৰ চাউল-পাত লৈ আহিছিল। দুই একৰ বাহিৰে সৰহ ভাগ ছাত্ৰৰে জীৱন আছিল এনে কষ্টকৰ। নলবাৰী, হাজো, ৰঙিয়া, ৰামদিয়া, ছয়গাওঁ, বকোৰ পৰা খোজ কাটি গুৱাহাটীলৈ অহা যোৱা কৰাটো নিত্য নৈমিত্তিক কৰ্মৰ নিচিনা। খোজকাটি অহা যোৱা কৰাৰ বাহিৰে আন উপায়ো নাছিল। সেইবাবে মানুহবিলাক হৈ পৰিছিল কষ্টসহিষ্ণু।

যিসময়ত মেধি গুৱাহাটীৰ স্কুলত পৰিছিল, সেই সময়ত গুৱাহাটীখন ভৰলুমুখ আৰু উজান বজাৰত সীমাবদ্ধ। ৰেল গাড়ীবো চলাচল হোৱা নাই। সেই কথা আমি পূৰ্বতে উল্লেখ কৰিছোঁ। সেই সময়ত গুৱাহাটীৰ ঘাই আকৰ্ষণ জাহাজ ঘাট। ব্ৰহ্মপুত্ৰৰ পাৰৰ জাহাজ ঘাটটো জনবহুল। বাহিৰ বিশ্বৰ লগত একমাত্ৰ সংযোগ স্থল ব্ৰহ্মপুত্ৰ নদীত চলা জাহাজ কেইখন। জাহাজৰ উপৰিও ব্ৰহ্মপুত্ৰৰ বুকুত সৰু বৰ অসংখ্য নাও। কিছুমানত দূৰণিৰ পৰা অনা বেপাৰৰ সামগ্ৰী, কিছুমানত অ'ৰ ত'ৰ পৰা গুৱাহাটীলৈ অহা দূৰণিবটীয়া লোক।

শুক্লেশ্বৰ ঘাটৰ পৰা ব্ৰহ্মপুত্ৰৰ পাৰৰ ৰাষ্টাৰ দুয়োপাৰে কেচাৰী ঘৰ, চৰকাৰী হাইস্কুল, পোষ্ট অফিচ, ডাক বঙলা, গীৰ্জা। ব্ৰহ্মপুত্ৰৰ পাৰত শাৰী শাৰীকৈ চৰকাৰী বাসভৱন। বাসভৱন বোৰৰ ঘৰৰ চালবোৰ খেৰৰ। আজিও কেইটামান বঙলাৰ ঘৰৰ চাল খেৰৰ। এই আটাইবোৰ বাস ভৱনতে ইউৰোপীয় চাহাব। তেতিয়াৰ গুৱাহাটীৰ দেখনিয়াৰ ঘৰ গীৰ্জা দুটা।



মৃত্যু শয্যাত কালিৰাম মেধি, ২৫ জানুয়াৰী ১৯৫৪

বজাৰ মুজিয়মৰ ফাটী বজাৰখন। ফাটী বজাৰৰ সৰহ ভাগ মাৰোৱাৰী আৰু চাকৰাৰা ব্যৱসায়ী। মাৰোৱাৰী ব্যৱসায়ীৰ ঘৰ তেতিয়াৰ পৰা পকী। ১৮৯৭ চনৰ ভূঁইকপত কেচাৰী ঘৰ গীৰ্জা আদিকে আদি কৰি বহুতো ঘৰ ধ্বংস হয়। সেই বছৰতে কালিৰাম মেধিয়ে এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ হৈছিল।

তেতিয়াৰ দিনত শাসনৰ গণ্ডীত থকা সৰহ ভাগ বিষয়াই ইংৰাজ চাহাব। গতিকে দেশীয় মানুহবিলাকে এই ইংৰাজ চাহাবসকলক অনুসৰণ কৰাটো স্বাভাৱিক। কিন্তু আজিকালিৰ দৰে তেতিয়াৰ দিনত অকল বিদেশী চাহাবৰ চুট-টাই আৰু সুৰাৰ পিয়লা অনুসৰণতে সীমাবদ্ধ নাছিল। তেতিয়াৰ দিনৰ ইংৰাজী শিক্ষাত শিক্ষিত নাইবা উচ্চ পদস্থ চৰকাৰী চাকৰিয়াল সকলৰ জীৱন বিশ্লেষণ কৰিলে দেখা যায় যে তেওঁলোক বিদেশী চাহাবৰ অকল বাহ্যিক মোটতো অনুসৰণতে সীমাবদ্ধ নাছিল। বিদেশী চাহাবৰ কৰ্তব্যনিষ্ঠা, সততা, অনুসন্ধিৎসু স্বভাৱ আদি ভিতৰৰা গুণসমূহহে অনুসৰণ কৰিছিল। কালিৰাম মেধি তেনে এজন উচ্চ পদস্থ চৰকাৰী বিষয়া।

চৰকাৰী বিষয়া স্বৰূপে মেধিয়ে ইংৰাজসকলৰ কৰ্তব্যনিষ্ঠাৰ প্ৰতি সচেতন। ৰাতি লেম জ্বলায়ো সময়ে সময়ে তেওঁ মোকৰ্দমা বিচাৰ কৰিছিল। তেতিয়াৰ দিনত চৰকাৰী বিষয়াই আজি কালিৰ দৰে খাদ্য সমস্যা, ভূমি সমস্যা, নাইবা একণ এটা আন্দোলনৰ সন্মুখীন হব লগা নহৈছিল। কিন্তু যাতায়াতৰ আছিল প্ৰধান অসুবিধা। আজিকালিৰ দৰে দিনটোৰ ভিতৰতে জিলাখনৰ যিকোনো ঠাইলৈকে গৈ কামকাজ কৰি ঘূৰি আহিব পৰা সুবিধা কণ নাছিল। ওচৰৰ ঠাই এডোখৰলৈ যাবলৈ হলেও ঘোঁৰা বা হাতীত উঠি বাজনী-বাচনীয়ে টৌ-খুটি লৈ যাব লগা হৈছিল। তেনেধৰণৰ অসুবিধাৰ সন্মুখীন হৈও মেধিয়ে আন আন ইংৰাজ বিষয়াৰ দৰে কেৱল চৰকাৰী ফাইলৰ ৰঙাফিটাৰ মাজতে আবদ্ধ নাথাকি যতেই অকণমান সুকণ্ডা পাইছিল তাতেই তেওঁ ভাষা সাহিত্যৰ গবেষণাৰ বাট উলিয়াই লৈছিল। আদালতত গোচৰীয়া পদকীয়াৰ বা সাক্ষীৰ মুখত এটা নতুন শব্দ পালেই জেপ্‌ত থকা নোট বুক খন মেলি টুকি লৈছিল।

বিচাৰক স্বৰূপে মেধি আছিল বৰ কটা। প্ৰকৃত দোষীয়ে তেওঁৰ আদালতত দণ্ড হবই। এবাৰ তেওঁৰ আদালতত এজন আইন ব্যৱসায়ীৰ বিৰুদ্ধেই টকা আত্মসাৎ কৰা মোকৰ্দমা এটিৰ বিচাৰ হ'ল। বিচাৰত আইন ব্যৱসায়ীজনৰ টকা লোৱাৰ এক প্ৰকাৰ প্ৰমাণ হ'ল। সকলোৱে দেখিলে আইন ব্যৱসায়ীজনৰ আৰু ৰক্ষাৰ উপায় নাই, শাস্তি হবই। মেধিৰ ৰায়দানহে বাকী আছে। আন আন আইন ব্যৱসায়ীসকল বৰ চিন্তিত হ'ল। সকলো আইন ব্যৱসায়ীৰ কাৰণে এটি মৰ্যাদাৰ প্ৰশ্ন জড়িত আছে।

কিন্তু ৰায়দানৰ আগতে চহৰৰ ভালেকেইজন আইনজীৱি মেধিৰ কাষ চাপিল।

সকলোটিয়ে মেধিক ধৰিলে আইন ব্যৱসায়ীজনৰ জেল হলে ঘৰখন নিগমে মৰিব আৰু তেওঁয়ো চিৰকাললৈ আইন ব্যৱসায় কৰাৰ মূদা মৰিব। আইনজীৱিসকলৰ বাবেও ই বদনামৰ কথা। সকলোটিয়ে একবাক্যে অনুৰোধ কৰিলে এবাৰলৈ সহানুভূতিৰে চাবলৈ। মেধিৰ কিন্তু মুখ মৌন, গম্ভীৰ, বজ্ৰকঠোৰ। সকলোটি যোৱা বাটেৰে পুনৰ উভতিল।

পিছদিনা ৰায়দানৰ সময় হ'ল। আইনজীৱিজনে বুজিলে আৰু উপায় নাই, শাস্তি হবই। ৰায় শুনিবলৈ কাঠগৰাত হাজিৰ। বিচাৰকৰ আসনত মেধি। এক মৌন গহীন পৰিবেশ। সকলোৰে মনত এক গভীৰ উৎকণ্ঠা। নথিপত্ৰ মেলি লৈ মেধি ৰায়দানৰ বাবে সাজু হ'ল। সকলোৰে দৃষ্টি বিচাৰকৰ আসনৰ ওপৰত। ধীৰে ধীৰে মেধিয়ে ৰায়দান আৰম্ভ কৰিলে। আৰু শেষত সকলো উৎকণ্ঠা শেষ কৰি মেধিয়ে ৰায়দান কৰিলে আচামী বেনিফিট অব ডাউত খালাচ। আচামী আইন ব্যৱসায়ীজনে কিন্তু তেতিয়াও বিশ্বাস কৰিব পৰা নাছিল। কাঠগৰাৰ ভিতৰত থৰ থৰকৈ কপিছে। আন এজন আইন ব্যৱসায়ীয়ে আগবাঢ়ি গৈ হাতত ধৰি উলিয়াই আনি কলে, 'আহক আপুনি খালাচ।' সময়ত মেধি এনেকুৱা পৰিস্থিতিৰো সম্মুখীন হব লগা হৈছিল।

মেধি নিজে বৰ যশস্যা অভিলাষী ( Fame Conscious ) নাছিল। নিজৰ লিখাবোৰ লৈও তেওঁ ভেমত ওফোন্দি থকা লোক নহয়। নাতিয়েক শ্যাম ভদ্ৰ মেধিয়ে পাঠ্যপুথিত থকা 'গৌৰব' প্ৰবন্ধটো তেওঁক বুজাই দিবলৈ কওঁতে তেৰেই প্ৰশ্ন কৰিছিল, 'এ মই লিখিছিলো নেকি'। ঠিক তেনেদৰে 'হেলিৰ নেজাল তৰাটোৰ কথা কওঁতেও কৈছিল, 'এ মই লিখিছিলো নেকি ?'

মেধিয়ে দৈনন্দিন ব্যৱহাৰ্য্য সামগ্ৰীও যৰে তৰে পৰা যি সি বস্তু নিকিনিছিল। তেওঁ প্ৰায়ে কলিকতাৰ White Away Laid Law & Co ৰ পৰা কাপোৰ-কানি, জোতা-মোজা আদি কিনিছিল। কলিকতাৰ 'হল এণ্ড এণ্ডাৰচন'ৰ পৰাও তেওঁ লাগতিয়াল বস্তু কিনিছিল। কাপোৰ-কানি চিলাইছিল কলিকতাৰ Hoppen's দৰ্জিৰ দ্বাৰা।

ঘৰুৱা কাঠৰ আচবাব চকী-মেজ পালেং আদিও কলিকতাৰ পৰাই আনিছিল। এনেবোৰ বস্তুৰ প্ৰতি তেওঁৰ বৰ চখ। তেওঁৰ কামবোৰ পৰিকল্পিত ভাবে কৰা। পানবজাৰৰ ঘৰটো সাজিছিল 'কিলবাৰ্ণ এণ্ড কোম্পানী'য়ে।

মেধিয়ে চুট পেণ্ট পিন্ধিছিল যদিও সময়ত চৌকা-চাপকনও পিন্ধিছিল। সভা সমিতিলৈ যাবলৈ হলে ধুতি চোলা। কিন্তু তেওঁ ধুতিৰ লগত পাঞ্জাবী চোলা নিপিন্ধিছিল? জেকাকালত তেওঁ গলবন্ধা কোৰ্ট পিন্ধিছিল। তেওঁৰ আছিল একোছা গোফ।

গুৱাহাটী ঘৰত লাইট থকা সত্বেও তেওঁ লাইটৰ তলত এটি লেম জলাই পঢ়াশুনা কৰিছিল। গুৱাহাটীৰ চুমহলীয়া ঘৰটোৰ সমুখতে এটি সৰু ঘৰ, উকিলখানাৰ দৰে।

শেষ বয়সত মেধিয়ে সেইটো ঘৰতে সদায় পঢ়াশুনা কৰিছিল। শেষ বয়সত নিশা শোৱনি কোঠাতে পঢ়াশুনা কৰিছিল। মেধিয়ে যেতিয়া সমুখৰ অকণমানি ঘৰটোত বহি পঢ়াশুনা কৰি থাকে তেতিয়া আন একো কথাকে কব নোৱাৰে। তেওঁ বহি কাম কৰা চকীখনত উৰহ আছিল। কিন্তু মেধিয়ে একো কব নোৱাৰে। উৰহৰ কামোৰ খাই খাই কাম কৰি থাকে। কবকে নোৱাৰে। মেধিয়ে বৰকৈ ধপাত আৰু চাহ খাইছিল। কেতিয়াবা কাম কৰি থাকোতে চিঞৰি কব, 'এ ধপাত এচিলিম দে'। কোনোবা এজনে হয়তো ধপাত চিলিম দি গ'ল। মেধিৰ খবৰ নাই। কামত ব্যস্ত। কিছু সময় পিছত ধপাতৰ কথা মনত পৰিলে পুনৰ চিঞৰি কব, 'এ মোক ধপাত নিদিলি।'

'আপোনাক ধপাত কেতিয়াবাই দি আহিছোঁ।' ইপিনে চিলিমৰ আঙোঠা পুৰি চাই হৈ আছে। ঘৰত মেধিয়ে চিঞৰি চিঞৰি কথা কৈছিল।

অবসৰ গ্ৰহণ কৰি ঘৰতে কাম কাজ কৰি থকা সময়ত লাহে লাহে নাতিনীয়েকসকল ডাঙৰ হৈ আহিছিল। নাতিনীয়েকসকলে ঘৰৰ সমুখতে চিঞৰ-বাখৰ কৰি বল ক্ৰিকেট আদি খেলি থাকে। খেলি থাকোতে কেতিয়াবা খেলাৰ বলটো মেধিৰ টেবুলতে ধমকৈ পৰে। কেতিয়াবা টপা যুৰতো পৰে। কেতিয়াবা উঠি আহি ধমকি দিয়ে, উঠি অহা গম পালে ইপিনে নাতিনীয়েকসকলে পলাই পত্ৰং দিয়ে। পিছদিনা আকৌ খেল আৰম্ভ হয়। কেতিয়াবা বেচিকৈ দিগদাৰী কৰিলে ডুৱাৰ দলিলৈ ওলাই আহি চিঞৰি চিঞৰি কয়, "তইঁতে মোক দিগদাৰী কৰিছ। যা তইঁত ঘৰলৈ যা।" গুৱাহাটীত মেধিৰ কাষলৈ ঘনাই আহিছিল নিধিৰাম দাস। নিধিৰাম দাস এজন স্বাধীনতা সংগ্ৰামৰ যুঁজাৰু। দুয়ো প্ৰায়ে ধপাত খাই খাই নানান আলোচনাত ব্যস্ত, ধৰ্মৰ কথা, দেশৰ কথা। এদিন ধপাত খাই থাকোতে দুয়ো আলোচনা কৰিলে চিলিমত টহ টহ কৈ জ্বলি থকা আঙোঠাৰ ভিতৰখন বাৰু জ্বলি আছে নে নাই। পিছত আঙোঠাটো পকাত ভাঙি চালে।

জয়ন্তী প্ৰেছৰ স্বত্বাধিকাৰ কেশৱ কান্ত বৰুৱা, হৰমোহন দাস, কেশব চন্দ্ৰ দাস, ৰঘুনাথ চৌধাৰী, যোগেন বৰুৱা, হৰিকৃষ্ণ দাস, ভাৰতচন্দ্ৰ দাস, দুৰ্গেশ্বৰ শৰ্মা, পম্পু সিং প্ৰভৃতি প্ৰায়ে তেওঁৰ ওচৰলৈ আহিছিল। ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱা, ডক্টৰ মহেশ্বৰ নেওগ প্ৰভৃতিও প্ৰায়ে তেওঁৰ ওচৰলৈ আহিছিল। এসময়ত ৰাজ মোহন নাথ ঘন্যাই আহিছিল। আহিয়ে কব—'ওহে, এক গিলাছ জল দিলেন না।'

পিছত অৱশ্যে ৰাজ মোহন নাথৰ লগত কাপ যুদ্ধত প্ৰবৃত্ত হব লগা হ'ল। ডক্টৰ বাণী কান্ত কাকতি আহিয়ে হেলো পইছা চাৰি অনা উলিয়াই দি কোনোবা এজনক কব, 'মোক বিড়ি এক মুঠা আৰু দেচলা এটা আনি দিয়া'।

পুত্ৰ কন্যা নাতি নাতিনীৰ প্ৰতি তেওঁৰ স্নেহ বাহ্যিক ভাবে দেখুৱা অপত্য স্নেহ নহয়।

পিতৃৰৰ অভিভাৱকৰৰ স্নেহ পুৱামাত্ৰাই আছিল। পুত্ৰ স্বৰেন্দ্ৰনাথ মেধি ইউৰোপত শিক্ষাৰত অৱস্থাত থকা সময়ত সঘনে চিঠি লিখিছিল। চিঠিবোৰ নাতিনীয়েক শ্যাম ভদ্ৰ মেধিৰ হতুৱাই একেবাৰে পানবজাৰৰ ঘাই পোষ্ট অফিচত পোষ্ট কৰিব। কেতিয়াবা বাটৰ কাষত পোষ্ট কৰিলেও তেওঁ তলাটো টানি চায়। কাৰণ হয়তো লেটাৰ বক্সৰে তলা খোলা থাকিলে দুষ্ট লৰাবোৰে উলিয়াই লৈ যায়। শ্যাম ভদ্ৰ মেধি ( দীপ ) তেওঁৰ পিছৰ জীৱনত প্ৰাইভেট চেক্ৰেটাৰীৰ নিচিনা। বহুতো কাম দীপৰ হতুৱাই কৰায়। তেওঁ সদায় লৰা-ছোৱালীক টানি লিখে, 'বঙালী লৰাই যদি ডুবছৰত ডিগ্ৰী লব পাৰে তোমালোকে নোৱাৰিবা কিয় ।'

চাৰ্কাচ চোৱাৰ প্ৰতি তেওঁৰ বৰ আগ্ৰহ। চাৰ্কাচ অহা শুনিলেই নাতিনীয়েকসকলক চাৰ্কাচ দেখুৱাইছিল। এবাৰ চিনেমা এখনত থকা বাচিয়াম চাৰ্কাচৰ কথা পঢ়ি ঘৰৰ সকলোকে চাৰ্কাচ চাবলৈ পঠিয়াইছিল।

পূজাত ঘৰৰ সকলোকে পইছা দিয়ে। ঘৰৰ বন কৰা লৰা-ছোৱালীকো সমানে পইছা ভাগ কৰি দিয়ে। দশমীৰ দিনা বিসৰ্জন চাবলৈ সকলোকে পঠিয়াই দি নিজে ঘৰ ৰখীয়া হয়। অসমীয়া আচাৰ-নীতি পৰ্ব আদিত তেওঁ বৰ আগ্ৰহশীল। অম্বুবাচীৰ সাত ভাঙিবৰ সময়ত তেওঁ নিজেই ফল-মূল আনিবলৈ পইছা উলিয়াই দিয়ে। পিছত এই বিলাক কামৰ ভাৰ পৰিছিল শ্যাম ভদ্ৰ মেধিৰ ওপৰত। সাত ভাঙিবৰ দিনা এবাৰ শ্যাম ভদ্ৰ মেধিয়ে ককাকৰ পৰা পইছা লৈ ফলমূল আনিবৰ বাবে বজাৰলৈ গ'ল। কিন্তু অসাৱধানতা বশতঃ বজাৰত পইছা কৰবাত পেলালে। এতিয়া উপায় কি ? ককাককে বা আহি কয় কিদৰে ? শেষত মাকৰ শৰণাপন্ন হ'ল। মাকৰপৰা পইছা নি ফলমূল আনি সেই যাত্ৰাৰ পৰা ৰক্ষা পৰিল।

কালিৰাম মেধিৰ এগৰাকী উচ্চ পদস্থ চৰকাৰী চাকৰিয়াল বা বিজলোক বুলি কোনো ধৰণৰ অহং ভাব এটা নাছিল। গাৱঁলৈ গলে তেওঁ গাৱঁৰ বন্ধু-বান্ধৱ বা আপোন পৰিয়ালক মাত এষাৰ লগাই আহিবলৈ কাৰ্পণ্য নকৰে।

বৰপেটালৈ গলেও ধনী দুখীয়া আপোন পৰিয়ালক তেনেদৰে মাত এষাৰ লগাই আহে। বৰপেটালৈ গলে আপোন মানুহৰ ঘৰলৈ মিঠাইৰ টোপোলা লৈ যায়।

গুৱাহাটীৰ ঘৰলৈ কেনোবা আলহী আহিলেও নিজে খোজ খবৰ লয়।

মেধিৰ পৰা বহুজনে বহু ধৰণে সহায় সহানুভূতি লাভ কৰিছিল। বিশেষকৈ গাৱঁৰ মানুহ আহিলে পাৰ্য্যমানে সহায় কৰে। দুপৰীয়া বাৰ বজাত গুলালেও বৰা-বঢ়া কৰি খুৱাইহে পঠিয়ায়। গাৱঁৰ মানুহৰ উন্নতি যাবলৈ পইছা নাথাকিলে হাত খৰছো দি পঠায়। তেওঁৰ ঘৰত থাকি দুই তিনি বছৰ কলেজত পঢ়া লৰাও আছিল।

ঘৰৰ বন কৰা লৰাৰ প্ৰতিও মেধিৰ মৰম আছিল। সিহঁতক চিনেমা আদি চাবলৈকো পইছা দিয়ে।

# ১. ঘৰুৱা জীৱন

কালিৰাম মেধিৰ জন্ম এটি ভদ্ৰপূৰ গাৱঁলীয়া পৰিয়ালত। তেওঁ পিতৃ-মাতৃৰ জ্যেষ্ঠ সন্তান বৰপুত্ৰ। পিতৃ ভূকলি মেধিৰ মৃত্যু হয় কালিৰাম মেধিৰ ভৰ ডেকা বয়সত। কিন্তু মাক সোনতৰাৰ মৃত্যু হয় কালিৰাম মেধিৰ তিনকুৰি বছৰ বয়সত। গতিকে পিতৃ-মাতৃৰ পক্ষৰ পৰা তেওঁ বিশেষ মনোকষ্ট পাব লগা নহৈছিল।

কালিৰাম মেধিৰ দ্বিতীয় ভাতৃ বলিৰাম মেধি। বলিৰাম মেধি বৰ বেচি পঢ়াশুনা কৰা নাছিল। তেওঁ ৰামদিয়া গাৱঁতে থাকি ঘৰবাৰী চলাইছিল। ঘৰবাৰী সম্প্ৰসাৰণৰো দায়িত্ব পৰিছিল বলিৰাম মেধিৰ ওপৰত। বলিৰাম মেধিয়ে সংসাৰৰ সমস্ত দায়িত্ব নিজে মূৰ পাতি লৈ ককায়েক ভায়েকসকলক পঢ়াশুনা কৰি আগবাটি যাবলৈ আজৰাই দিছিল। ফলত তেওঁৰ পঢ়াশুনা নহ'ল। গাৱঁৰ ঘৰতে ঘৰবাৰী চাই ওৰেটো জীৱন কটাব লগা হ'ল। সেইবাবে পৰিয়ালৰ প্ৰতি ভাই ককাইৰ প্ৰতি তেওঁৰ ত্যাগ মহান ত্যাগ। অৱশ্যে পিছত তেওঁৰ পুত্ৰসকলক ভাই ককাই কেইজনে পঢ়াশুনাত চোৱাচিতা কৰিছিল। তেওঁৰ পুত্ৰ-কন্যা মুকুণ্ডৰাম, গোকুলচন্দ্ৰ, ক্ষীতিশচন্দ্ৰ আৰু প্ৰেমদা। ক্ষীতিশচন্দ্ৰ মেধি বৰ্তমান গুৱাহাটী বিশ্ববিদ্যালয়ৰ কলেজসমূহৰ ইন্সপেক্টৰ (Inspector of the Colleges.)

তৃতীয় ভাতৃ চেনীৰাম মেধি। চেনীৰাম মেধিয়ে আই. এ. লৈকে পঢ়িছিল। তেওঁ ছিলঙত আবকাৰি বিভাগৰ কাৰ্য্যালয়ত চাকৰি কৰিছিল। পিছত গুৱাহাটী, তেজপুৰ প্ৰভৃতি ঠাইত ৰেভিনিউ চিৰস্তাদাৰ স্বৰূপে কাম কৰিছিল।

কালিৰাম মেধি সেই সময়ত গোৱালপাৰাত মহকুমাধিপতি। তেওঁ ভায়েক চেনীৰাম মেধিৰ বিয়াৰ বন্দবস্ত কৰি সকলো ঠিক কৰিলে। সকলো আয়োজন কৰি ভায়েকক টেলিগ্ৰাম কৰি মাতি পঠিয়ায়। ভায়েক গৈ পালেই দৰা সাজি বিয়া পাতিব পাৰে। কিন্তু কিবা কথাত চেনীৰাম মেধিৰ মত নিমিলিল। বিয়া নকৰাও বুলি ওভোটাই টেলিগ্ৰাম কৰিলে। সকলো আয়োজন হোৱাৰ পিছত বিয়া ভঙা কেনে কথা। ভায়েকৰ কাৰ্য্যত কালিৰাম মেধিয়ে মনত বৰ আঘাট পালে। অলপ লাজো পালে। এই ঘটনাৰ পৰা দুয়ো ভাই ককাইৰ ভাল নাই। চেনীৰাম মেধিয়ে বহুদিনলৈকে বিয়া নকৰাকৈ থাকিল। পিছত যেনিবা ভায়েক দীননাথ মেধিৰ জোৰত বিয়া পাতিলে। বিয়াটিত কালিৰাম মেধি নাছিল। তেওঁৰ পত্নী কুসুম কুমাৰী মেধি ৰমাকান্ত হাজৰিকাৰ কন্যা আৰু অধ্যাপক অতুলচন্দ্ৰ হাজৰিকাৰ ভনীয়েক।

চেনীৰাম মেধি আৰু কুসুম কুমাৰী মেধিৰ পুত্ৰ কন্যা সাতোটা—জীতেন্দ্ৰজিত, দীপিকা, লোকেন্দ্ৰ নাথ, অশোকা, বলেন্দ্ৰ সিং, কুলেন্দ্ৰ কুমাৰ আৰু অনুৰূপা।

বিয়াৰ পিছত চেনীৰাম মেধিয়ে পানবজাৰৰ ঘৰলৈ নাহি ভৰলুমুখত ঘৰ ভাৰাকৈ আছিল। ইপিনে কালিৰাম মেধিৰ বৰ পুত্ৰ ৰামভদ্ৰ মেধিক খুৰীয়েক কুসুম কুমাৰীয়ে বৰ মৰম কৰে। এবাৰ ৰামভদ্ৰ মেধিৰ পানবজাৰৰ ঘৰত টাইফয়দ হ'ল। টাইফয়দ হোৱা শুনি ঘৈণীয়েকৰ লগত চেনীৰাম মেধিও যাবলৈ বাধ্য হ ল। খুৰীয়েকে গৈ ৰামভদ্ৰ মেধিৰ পৰিচৰ্য্যাত লাগিল। সন্ধিয়া সময়ত চেনীৰাম মেধিয়ে ঘৈণীয়েকক লগত লৈ ভৰলুমুখৰ ঘৰলৈ আহিবলৈ ওলাল। খুৰীয়েকে চলচলীয়া চকুৰে মূৰত হাত বুলাই বেমাৰী লৰাজনক এৰি আহিব খোজোতেই ৰামভদ্ৰ মেধিয়ে খুৰীয়েকৰ হাতখনত খামোচ মাৰি ধৰি চিঞৰি উঠিল, 'খুৰী আজি যাব নোৱাৰা'।

তেওঁলোকৰ মাক সোনতৰা পানবজাৰৰ ঘৰতে আছিল। মাকে পুত্ৰসকলৰ এনে ফেৰিয়া ফেৰি আঁতৰা আঁতৰি হৈ থকাটো ভাল পোৱা নাছিল। এই সুযোগতে তেওঁ গৰজি উঠিল, 'চাওচোন আজি বোৱাৰীক তই কেনেকৈ লৈ যাব।'

চেনীৰাম মেধি থৰ লাগিল। ইপিনে মাকৰ বাঘ চকু সিপিনে বেমাৰী লৰাজনৰ কাতৰ অনুৰোধ। এবাৰ বাজলৈ ওলায় এবাৰ ভিতৰলৈ সোমায়। শেষত মনৰ জিদ ভাব আঁতৰাব লগা হ'ল। পুনৰ পানবজাৰৰ ঘৰত থাকিবলৈ বাধ্য হ'ল। দুখন ঘৰ গুচি এখন ঘৰ হ'ল।

পানবজাৰৰ ঘৰত থকা সময়ত ককায়েক আঁতৰে আঁতৰে চৰকাৰী চাকৰিত। ৰামভদ্ৰ মেধি আৰু ভনীয়েক কেইজনী পানবজাৰৰ ঘৰতে থাকি পঢ়াশুনা কৰিছিল। ককায়েক ঘৰলৈ আহিলে ককায়েকৰ লৰা-ছোৱালীৰ বাবে সকলো যা-যোগাৰ কৰি দিয়ে। আলঙে আলঙে থাকিব। কথা-বতৰা বিশেষ নাই। কালিৰাম মেধি অল্পভাষী লোক।

শেষত দীন মেধি আৰু চেনীৰাম মেধিয়ে ভৰলুমুখত ওচৰা-ওচৰিকৈ ঘৰ কৰিলে। কিন্তু চেনীৰাম মেধিৰ মৃত্যু হ'ল উজানবজাৰৰ 'তপোবন'ত। অৰ্থাৎ অতুলচন্দ্ৰ হাজৰিকাৰ ঘৰত। দ্বিতীয় মহাসমৰৰ সময়ত গুৱাহাটীখন মিলিটাৰীয়ে ভৰি পৰিছিল। সেই সময়তে কালিৰাম মেধিয়ে ৰামদিয়াত এটা ঘৰ সাজিছিল। যুদ্ধৰ এনে ভয়াবহ পৰিস্থিতিত গুৱাহাটীত বিশেষকৈ ভৰলুমুখত থকাটো নিৰাপদজনক বুলি নাভাবি দীননাথ মেধি আৰু চেনীৰাম মেধিয়ে তেওঁলোকৰ পৰিয়ালৰ সকলোটিকে নাৱেৰে ৰামদিয়ালৈ পঠিয়াই দিলে। কিছুদিন পিছত গুৱাহাটীলৈ উভতিল। অতুলচন্দ্ৰ হাজৰিকা সেই সময়ত বৰপেটা চৰকাৰী হাইস্কুলৰ শিক্ষক। তেওঁৰ ঘৰখন এনেয়ে পৰি আছিল। চেনীৰাম মেধিৰ পৰিয়াল ভৰলুমুখলৈ নগৈ উজানবজাৰতে থাকিবলৈ ললে। চেনীৰাম মেধি ৰোগ শয্যাত পৰি থকা

সময়ত কালিৰাম মেধি তায়েকক চাবলৈ আহিছিল। তায়েকক তেনে অৱস্থাত দেখি চকু চলচলীয়া মাত্ত থোকাথুকি। আমাজিমা লৰা-ছোৱালী কেইটিক এৰি চেনীৰাম মেধিয়ে অকালতে মৃত্যু বৰণ কৰিলে।

কালিৰাম মেধিৰ কনিষ্ঠ ভাতৃ দীননাথ মেধি। দুয়োজনাৰ বৰ মিল 'ৰাম-লক্ষ্মণ'। দীননাথ মেধিয়ে সকু কালত কালিৰাম মেধিৰ লগত থাকিয়ে পঢ়াশুনা কৰিছিল। দীননাথ মেধিক কালিৰাম মেধিয়ে পঢ়ুৱাইছিল। ডেকা কালছোৱাত তেওঁ পানবজাৰ ঘৰতে বাস কৰিছিল আৰু তেওঁৰ লগত থাকিয়ে ৰামভদ্ৰ মেধি আদিয়ে পঢ়াশুনা কৰিছিল।

দীননাথ মেধি এগৰাকী খ্যাতনামা আইন ব্যৱসায়ী। দীননাথ মেধি স্বাধীনতা আন্দোলনৰ অক্লান্ত কৰ্মী। ডেকাকালত তেওঁ গল্প কবিতা প্ৰবন্ধ আদি লিখি 'আসাম বান্ধৱ', 'আলোচনী' আদিত প্ৰকাশ কৰিছিল। 'বিয়াল্লিছ' দীননাথ মেধিৰ ৰচিত পুথি। এসময়ত কালিৰাম মেধি আৰু দীননাথ মেধিৰ ৰচনা একেলগে প্ৰকাশ হৈছিল। ১৯৬৯ খৃঃ ৰ ২১ জানুৱাৰীত দীননাথ মেধিৰ মৃত্যু হয়। তেওঁৰ পুত্ৰ পাচজন—ডাঃ বীৰেন মেধি, শৈলেন্দ্ৰ, নৰেন্দ্ৰ, ধীৰেন্দ্ৰ আৰু ৰণেন্দ্ৰ।

কালিৰাম মেধিৰ দাম্পত্য জীৱন আৰু ঘৰুৱা জীৱন বৰ সুখৰ বুলি কব নোৱাৰি। জীৱনৰ আদিতে কেৰোণ। ছাত্ৰাৱস্থাতে পাতিদিয়া বিয়াখন যেনিবা লৰা খেমালিৰ বিয়া। ন কইনাৰ তোলনী নৌহওতেই মৃত্যু বৰণ কৰিলে। গাত মাহ হালধী সানি জাত জাত নাম গাই দৰা ধুওৱা, মূৰত পাগুৰি মাৰি ঢোলে ডগৰে দৰা সাজি কইনা ঘৰলৈ যোৱা, হোমৰ কাষত বহি মন্ত্ৰ উচ্চাৰণ কৰাৰ বাহিৰে দাম্পত্য জীৱনৰ একো কথাকেই উপলব্ধি আৰু উপভোগ কৰিবলৈ নাপালে। মাকৰ ঘৰতে ন কইনাৰ মৃত্যু হ'ল। আচলতে এইখন বিয়া পাতিব লগা হৈছিল ঘৰৰ ডাঙৰ লৰা বাবেহে। ডাঙৰ লৰাৰ বিয়া নাপাতিলে তলৰ লৰা সকলৰ বিয়া পাতিব নোৱাৰে। এইবিলাক গাৱঁলীয়া সমাজৰ নীতি-নিয়মৰ কথা।

কালিৰাম মেধিয়ে দ্বিতীয়বাৰ বিয়া কৰালে মাটি হাকিম হোৱাৰ পিছত। দ্বিতীয়া পত্নী বৰপেটাৰ বলোৰাম দাস উকিলৰ কন্যা মোক্ষদা। মোক্ষদাবালাৰ লগত বাৰ বছৰ কাল সুখেৰে দাম্পত্য জীৱন অতিবাহিত কৰিব পাৰিছিল। তেওঁ এগৰাকী আদৰ্শ গৃহিণী আৰু কালিৰাম মেধিৰ উপযুক্ত পত্নী। মেধিৰ দৰে ধীৰ স্থিৰ আৰু মৰমিয়াল গৃহিণী।

কালিৰাম মেধি আৰু মোক্ষদাবালাৰ সন্তান ৫টা। প্ৰথম পুত্ৰ ৰামভদ্ৰ মেধি। কাদম্বৰী, বিদ্যুৎপ্ৰভা আৰু কুমুদৰঞ্জন আন তিনিটা সন্তান। পঞ্চম সন্তান বন্যা। পঞ্চম সন্তান বন্যাৰ জন্ম গোৱালপাৰাত। মেধি সেই সময়ত গোৱালপাৰাত ই. এ. চি.। বন্যাৰ নিচেই সৰু কালতে মোক্ষদা মেধি হাইজা ৰোগত আক্ৰান্ত হয়। নানান চিকিৎসা

কৰিলে যদিও ৰোগমুক্ত কৰিব নোৱাৰিলে। তাইজা ৰোগতে ১৯১৮ খৃঃত গোৱালপাৰাতে তেওঁৰ মৃত্যু হ'ল।

মেধিৰ ঘৰ ভাঙিল। আমাডিমা লৰা ছোৱালী কেইটিলৈ চাই যাথোন এটি নীৰৱ হমুনিয়াহ এৰিলে। মাকৰ মৃত্যুৰ সময়ত বৰ পুত্ৰ যামকান্তৰ বয়স মাত্ৰ বাৰ বছৰ। এখন ভৰপূৰ সংসাৰৰ গৃহিণীৰ অবিহনে যি হয় মেধিৰো সেই একেই অৱস্থা। পানী কেচুৱা বয়সৰ মাক লোনতলাই তুলিজালি ডাঙৰ কৰিলে। বাকী কেইটিও আইতাকৰে আশ্ৰয় হ'ল। প্ৰায় এবছৰ কাল মেধিয়ে শূন্য হৃদয়লৈ শূন্য ঘৰত বাস কৰিলে। শেষত দেখিলে ঘৰ আৰু নচলে। লৰা-ছোৱালী কেইটি সৰু সৰু, মাক বুঢ়ী মানুহ। সদায় লগতে থাকিবও নিবিচাৰে। নিজেও চৰকাৰী কামত অত তত ঘূৰি ফুৰিব লগা হয়।

## তৃতীয় বিবাহ।

বন্ধু-বান্ধৱ আত্মীয় স্বজনৰ অনুৰোধত কালিৰাম মেধিয়ে তৃতীয় বিবাহ কৰিবলৈ মন মেলিলে। -কইনা নগাওঁৰ গেন্দাৰাম ভূঞাৰ কন্যা স্বৰ্ণলতা। ১৯১৯ খৃঃ ৰ ৫ ডিচেম্বৰত কালিৰাম মেধিৰ স্বৰ্ণলতাৰ লগত সুকলমে বিবাহ হৈ গ'ল। স্বৰ্ণলতাৰ পিতৃ গেন্দাৰাম ভূঞা আছিল পোষ্ট মাষ্টৰ।

স্বৰ্ণলতা আৰু কালিৰাম মেধিৰ সন্তান ছয়টি। প্ৰথম চাৰিজনী কন্যা জাহ্নৱী, হেমৰেখা, কমলা আৰু উৎপলা। আৰু দুজন পুত্ৰ সুৰেন্দ্ৰনাথ আৰু সুভদ্ৰ।

স্বৰ্ণলতা মেধিৰ লৈতে আৰু এক নতুন দাম্পত্য জীৱন আৰম্ভ হ'ল। ইয়াৰ কেই বছৰমান পিছতে দ্বিতীয়া পত্নীৰ দ্বিতীয় পুত্ৰ কুমুদৰঞ্জনৰ মৃত্যু হল। পুত্ৰশোকৰ বহ্নি বহন কৰিব লগা হ'ল। অৱশ্যে ইয়াৰ পিছৰ পৰা অৱসৰ গ্ৰহণৰ সময়লৈকে বিশেষভাৱে মানসিক আঘাট পাব লগা নহৈছিল। গতানুগতিক ৰীতিত চলি আছিল।

১৯৪৮ খৃঃ ৰ ডিচেম্বৰ মাহত তেওঁৰ তৃতীয়া পত্নী স্বৰ্ণলতাৰো মৃত্যু হ'ল। ১৯৪৯ খৃঃ ৰ ২৩ জানুৱাৰীত স্বৰ্ণলতাৰ আদ্য শ্ৰাদ্ধলৈ তেওঁ নিজেই নিমন্ত্ৰণ জনাইছিল।

স্বৰ্ণলতাৰ মৃত্যুৰ পিছৰে পৰা এটা এটাকৈ বিপদে আগুৰি ধৰিলে। কুমলীয়া কন্যা উৎপলাৰ ঘৰত মতা নাম মাইতী। মাইতী শাৰীৰিক ভাবে অসুস্থ হৈ প্ৰথমতে ঘৰতে চিকিৎসা কৰি আছিল। পিছত ছাত্ৰীবাৰী হস্পিটেলত চিকিৎসাধীন হয়। ইয়াতে নিউমোনীয়া হৈ ১৯৫০ খৃষ্টৰ ১৭ আগষ্ট দিনা নিশা ৯-৫০ বজাত ছাত্ৰীবাৰী হস্পিটেলতে মৃত্যু হয়। ইপিনে ঘৰত কোনোৱে কব নোৱাৰে। নিশ্চিন্ত মনে সকলোটি খাই বৈ শুই আছে।

ৰাতিপুৱা চাহ পানী খাই উঠি মেধিয়ে নিজেই খোজকাঢ়ি গৈ ছাত্ৰীবাৰী হস্পিটেল পালে। খোজা গেটেৰে ভিতৰ সোমাই লাহে লাহে বাৰাণ্ডাত ভৰি দিলে। তেওঁক

দেখিছে তিনাখি নাৰ্চ একলী আপনাহি আহিল। একান মেধিৰ সজল চকু মুছিলে চাই কলে, 'মাইতী আৰু নাই, বাতিয়ে ঢুকাল।'

পিতৃৰ বাবে নিজৰ সন্তানৰ মৃত্যুৰ বাতবিতকৈ আৰু কি ডাঙৰ আঘাট হব পাৰে? সজল চকুৰে নাৰ্চজনীলৈ চাই অহা বাটেৰে এখুজি দুখুজিকৈ কৰি ঘৰলৈ উভতিল। উভতি আহি পুলিচ বিজাৰ্ভৰ ওচৰতে লগ পালে জোৰায়েক মুৰাৰী দাস আৰু জ্যোতিপ্ৰসাদ মেধিক। তেওঁলোক মাইতীৰ খবৰ লবলৈকে ছাত্ৰীবাৰীলৈ আহিছে। তেওঁলোকক লগ পাই মেধি থৰকি বল। কাৰো মুখলৈ নোচোৱাকৈ মাথোন থোকা থুকি মাতেৰে কলে, 'মাইতী ঢুকাল। সোনকালে সৎকাৰৰ ব্যৱস্থা কৰা।' কথাষাৰ কৈয়ে আৰু নবল। ঘৰলৈ বুলি খোজ ললে। জীয়ৰী বত্নাদাসলৈ লিখা চিঠি এখনত তেওঁৰ জীৱনৰ পুঞ্জীভূত বেদনাৰ কথা ফুটি উঠিছে।[১] যিমান বিপদ আপদ বিপৰ্যয় নহওক মেধিৰ আছিল অসীম ধৈৰ্য্য। যিমানেই দুখ বেদনা নাহক কিয় তেওঁ বিচলিত হৈ নপৰিছিল।

তৃতীয় পত্নী স্বৰ্ণলতাৰ মৃত্যুৰ পিছৰে পৰা মেধিৰ অলপ উদাস উদাস ভাব আহিছিল। কিন্তু তেওঁৰ দৈনন্দিন কাৰ্য্যৰ কোনোধৰণৰ ব্যতিক্ৰম ঘটা নাছিল।

ইপিনে তেওঁৰ চকুৰ অসুখ আৰম্ভ হয়। এটা চকুত কেটেৰেক পৰিছিল। ছিলঙৰ মিলিটাৰী হস্পিটেলত গৈ চকুটো অপাৰেচন কৰিলে। অস্ত্ৰোপ্ৰচাৰ কৰিছিল ডাক্তৰ প্ৰকাশে।

আৰোগ্য লাভ কৰাৰ পিছত মেধিৰ অধ্যয়ন আৰু কামৰ মাত্ৰা আৰু বাঢ়িল। যেন বহুতো কাম কৰিবলৈ থাকিল। সোনকালে শেষ কৰিব লাগে এনে ভাব।

জীৱনৰ যিকোনো স্তৰতে যিকোনো অৱস্থাতে মেধিৰ অধ্যয়ন আছিল নিয়মীয়া। বাহিৰৰ সংঘাট বা বিপৰ্য্যয়ে তেওঁৰ দৈনন্দিন কাৰ্য্যত বিশেষ বিজুতি ঘটাব নোৱাৰিছিল। তেওঁ নিচেই ৰাতিপুৱাতে শোৱা পাটি এৰে। ধপাত এচিলিম হুপি চাহ একাপ খাই অধ্যয়নত ব্যস্ত হৈ পৰে। চাহ খায় ন মান বজাত। প্ৰায় বাৰান্দাতে টেবুল এখনত বহি চাহ খায়। চাহ খাবৰ সময়ত নাতিনীয়েকসকলক প্ৰায়ে মাতি নি প্লেটৰ খোৱা বস্তু

১ সক মাই,

মাইতী আৰু ইহ সংসাৰত নাই। ছাত্ৰীবাৰীতে তাইৰ নিউমোনিয়া হ'ল। পৰহি (১৭।৮।৫০ তাৰিখে) ৰাতি ৯। বজাত তাই ঢুকাল। কালি ৮ বজাতহে খবৰ পালো। মহা অশান্তিত আছো। বেৰী কৰিম-গঞ্জলৈ গৈছে পঢ়িবৰ কাৰণে। মাজু জেইলতে আছে। মোৰ বৰ উকা হ'ল। মাইতীৰ বাবে বৰ অশান্তিত আছো। ঈশ্বৰৰ ইচ্ছা। মোৰ দুখৰ পাৰ কূল নাই। আশা কৰো তোমালোক সকলোটি ভালে আছা। তোমালোক সুখবাবে আছিবা বুলি শুনিছো।

ইতি

আশীৰ্বাদক

শ্ৰীকালিৰাম

১৯।৮।৫০

এপদ এপদকৈ তগাই দিয়ে। নাতিনীয়েকসকলেও ককাকৰ আহ্বান পালেই দৌৰ দিয়ে ককাকৰ কাষলৈ। আগধৰি গলে ভাল বস্তুটোৰ ভাগ পাব।

১১ মান বজাত আৰু একাপ চাহ খায়। মেধিয়ে চাহ বৰকৈ খাইছিল। এদিন হেনো ২৮ কাপ চাহ খাইছিল। দুপৰীয়া ভাত খাই জাবকালি ব'দত অলপ বহে। গৰম কালি অলপ শোৱে। শুই উঠি পুনৰ পঢ়াশুনা কৰিছিল। আবেলি নাতিনীয়েক সকলক লৈ এবাৰ ব্ৰহ্মপুত্ৰৰ পাৰেৰে ফুৰি আহিছিল। ৰাতি হলে শোৱনী কোঠাতে পঢ়াশুনা কৰিছিল। বাহিৰৰ সৰু ঘৰটোলৈ নাযায়। শেষ বয়সত ৰাতি সদায় ভাত নাখাইছিল। দৈ আছিল তেওঁৰ বৰ প্ৰিয়। দুধ আৰু পানী নাখাইছিল। তেওঁৰ তেনে বিশেষ অসুখো নাছিল।

গা পা ধুই তেওঁ সদায় গোঁসাই ঘৰত নাম লয়। সন্ধিয়া হলে জাৰকালি চোফা এখনতে বহি নাতিনীয়েক সকলক ভুয়োকাষে বহুৱাই কম্বল এখন দি লয়। এইখিনেই আছিল তেওঁৰ শেষ জীৱনৰ দৈনন্দিন কৰ্মসূচী। মেধি আৰাম প্ৰিয় মানুহ নাছিল, কষ্টসহিষ্ণু। ৰুমহলীয়া ঘৰটোৰ তেওঁ তলৰ খোটালীত শুইছিল।

কালিৰাম মেধিৰ বৰপুত্ৰ ৰামভদ্ৰ মেধি। ৰামভদ্ৰ মেধিৰ জন্ম ১৯০৬ খৃঃত নগাৱঁত। ৰামভদ্ৰ মেধি সৰুৰে পৰা এজন মেধাবী ছাত্ৰ। দেউতাক নানান ঠাইত ঘূৰি ফুৰিব লগা বাবে ৰামভদ্ৰ মেধিয়ে অত তত থাকি পঢ়াশুনা কৰিব লগা হৈছিল। তেওঁ ১৯২৪ খৃঃত চাৰিটা লেটাৰ সহ প্ৰবেশিকা পৰীক্ষাত উত্তীৰ্ণ হয়। প্ৰবেশিকা পৰীক্ষাত অসমৰ ভিতৰত তেওঁৰ স্থান পঞ্চম। তেওঁ কলেজীয়া শিক্ষা আৰম্ভ কৰিছিল কটন কলেজত। কটন কলেজৰ পৰা প্ৰথম বিভাগত আই এচ্-চি. পাচ কৰিছিল। প্ৰবেশিকা আৰু আই. এচ্-চি.ত ১৫ টকীয়া বৃত্তি লাভ কৰিছিল। তেওঁ বি. এ. পঢ়িছিল প্ৰেচিডেন্সী কলেজত। ১৯৩০ খৃঃত প্ৰেচিডেন্সী কলেজৰ পৰাই বি. এ ডিগ্ৰী লাভ কৰিছিল। পুনৰ ৰিপন কলেজত ল আৰু কলিকতা বিশ্ববিদ্যালয়ত ইংৰাজীত এম. এ পঢ়িছিল। ১৯৩৫ খৃঃত তেওঁ বি এল ডিগ্ৰী লাভ কৰে। উচ্চ শিক্ষাৰ বাবে তেওঁ বিলাতলৈকো গৈছিল।

ৰামভদ্ৰ মেধিয়ে প্ৰথমতে গুৱাহাটীত আইন ব্যৱসায় কৰে। পিছত মুন্সিফ হিছাপে চৰকাৰী চাকৰিত সোমায়। তেওঁ ধুবুৰীত চব জজ হিছাপেও কাম কৰিছিল। কৰিমগঞ্জ ধুবুৰী, ডিব্ৰুগড়, নগাওঁ, গুৱাহাটী, যোৰহাট আদি মেধিৰ কৰ্মক্ষেত্ৰ। ডিষ্ট্ৰিক্ট জজ হিছাপে কাৰ্য্যনিৰ্বাহ কৰি ১৯৬২ খৃঃত অৱসৰ গ্ৰহণ কৰিছিল।

ৰামভদ্ৰ মেধিৰ পত্নী মোহদা মেধি। তেওঁৰ ঘৰত মতা নাম ৰেণু। মোহদা মেধিৰ পিতৃ অম্বিকাচৰণ শইকীয়া। তেওঁৰ ঘৰ তিতাবৰত। তেওঁ তিতাবৰ হাইস্কুলৰ প্ৰধান

শিক্ষক আছিল। অম্বিকাচৰণ শইকীয়াৰ পুত্ৰ কন্যা ছয়টি—মোহদা মেধি, পুষ্পলতা বৰদলৈ, ডাঃ তৰুণ শইকীয়া, দিব্যলতা ফুকন, যতীন শইকীয়া আৰু হেৰম্ব শইকীয়া।

ৰামভদ্ৰ মেধি আৰু মোহদা মেধিৰ পুত্ৰ-কন্যা আঠোটা। প্ৰথম পুত্ৰ ডক্টৰ শ্যামভদ্ৰ মেধি অসম চৰকাৰৰ এজন উচ্চপদস্থ বিষয়া। ডক্টৰ মেধি এজন গবেষক। দ্বিতীয়া কন্যা অনুভা পাঠক। তেওঁ গুৱাহাটী বিশ্ববিদ্যালয়ৰ পদাৰ্থ বিজ্ঞান বিভাগৰ অধ্যাপক ডক্টৰ কিশোৰী মোহন পাঠকৰ পত্নী। তৃতীয় পুত্ৰ বলভদ্ৰ মেধি ডুমডুমা চাহ বাগিছাৰ মেনেজাৰ। চতুৰ্থ পুত্ৰ ডাঃ শীলভদ্ৰ মেধি, ( কেন্সাৰ হস্পিটেল ) পঞ্চম পুত্ৰ বীৰভদ্ৰ মেধি ( মেকানিকেল ইঞ্জিনিয়াৰ )। লখিমী, উৰ্মিলা আৰু জুন্নু আন তিনিগৰাকী কন্যা।

ডাঃ লখিমী পাঠকৰ স্বামী ডাঃ মতি পাঠক আৰু উৰ্মিলা চৌধুৰীৰ স্বামী বীৰেণ চৌধুৰী।

কালিৰাম মেধিৰ দ্বিতীয় পুত্ৰ সুৰেন্দ্ৰনাথ মেধি। সুৰেন মেধি এজন মেধাবী ছাত্ৰ। তেওঁ ১৯৪৮ খৃঃত বিশ্ববিদ্যালয়ত পঞ্চম স্থান অধিকাৰ কৰি আই. এছ-চি. পৰীক্ষাত উত্তীৰ্ণ হৈছিল। ১৯৫০ খৃঃত পদাৰ্থ বিজ্ঞানত অনাৰ্চ লৈ বি. এছ-চি. পৰীক্ষাত উত্তীৰ্ণ হয়। বি. এছ-চি. পৰীক্ষাৰ সময়ত তেওঁ ৰাজৰোষত পৰি গুৱাহাটী কাৰাগাৰত আবদ্ধ হব লগা হৈছিল। আৰু জেলৰ পৰাই পৰীক্ষা দি অনাৰ্চ সহ বি. এছ-চি. ডিগ্ৰী লাভ কৰিছিল।

তেওঁ উচ্চ শিক্ষাৰ বাবে বিলাতলৈ যায়। তেওঁ লণ্ডন বিশ্ববিদ্যালয়ৰ পৰা পদাৰ্থ বিজ্ঞানত এম. এছ-চি. পাচ কৰিছিল। মেধিয়ে লণ্ডনত কিছুদিন শিক্ষকতা কৰিছিল। তেওঁ জাৰ্মানীৰ এটা দ্বীপতো কিছুদিন শিক্ষকতা কৰিছিল। ইউৰোপৰ বিভিন্ন দেশত মেধিয়ে বহুবছৰ ধৰি ভ্ৰমণ কৰে। সুৰেন্দ্ৰনাথ মেধি বৰ্তমান অসম ইঞ্জিনিয়াৰিং কলেজৰ অধ্যাপক। মেধি এগৰাকী প্ৰথিতযশা কথা সাহিত্যিক। মেধিৰ পত্নী মেছপাৰা জমিদাৰ পৰিয়ালৰ।

কালিৰাম মেধিৰ জেষ্ঠা কন্যা কাদম্বৰী মেধি ( ডাঙৰ আইকণ )। তেওঁ ডিব্ৰুগড়ৰ প্ৰখ্যাত আইন ব্যৱসায়ী বিনন্দী মেধিৰ পত্নী। তেওঁলোকৰ প্ৰথম সন্তান গুৱাহাটী বিশ্ববিদ্যালয়ৰ পৰিসংখ্যা বিভাগৰ অধ্যাপক ডক্টৰ জ্যোতিপ্ৰসাদ মেধি। তাৰিণী চৰণ চৌধুৰী উচ্চতৰ মাধ্যমিক স্কুলৰ অধ্যক্ষা নীলিমা দাস আন এগৰাকী কন্যা। কালিৰাম মেধি গোৱালপাৰাত থাকোতেই কাদম্বৰী মেধিৰ বিয়া হয়।

দ্বিতীয়া কন্যা বিদ্যুতপ্ৰভা ( সৰু আইকণ ) তেওঁৰ স্বামী আনন্দিৰাম দাস। আনন্দিৰাম দাস গুৱালকুছিৰ মাটিৰাম মহাজনৰ দ্বিতীয় পুত্ৰ। ১৯২৯ খৃঃ ৰ ১৫ আগষ্ট, ৩০ শাওনত তেওঁলোকৰ বিবাহ হয়। তেতিয়া মেধি মঙ্গলদৈৰ মহকুমাধিপতি।

তেতিয়াৰ দিনত বিয়াত সৰহ উপহাৰ আছিল শাৰীৰ টোপোলাৰ উপহাৰ। এইখন

বিয়াতো ভালেকেইখন শাৰী উপহাৰ পোৱা যায়। কিছুমান শাৰীৰ টোপোলাৰ লগত একোটা জবাকুসুম তেল। মেধিয়ে তেওঁৰ এখন টোকা বহীত সকলো হিচাপ পুংখানুপুংখ বিৱৰণ লিখি ৰাখিছিল। মেধিৰ মতে ছোৱালী বিয়া দিয়াৰ সময়ত অলপ সোণ বেচিকৈ দিব লাগে। সোণখিনি থাকিলে বিপদত সহায় হয়। তেওঁ বোৱাৰীয়েক মোহদা মেধিক সদায় উপদেশ দিছিল—জীয়েকসকলৰ বিয়াত যাতে সোণ অলপ বেচিকৈ দিয়ে। তেওঁ নিজেও অলপ সোণ বেচিকৈ দিছিলে।

## সৰু আইকণৰ বিয়াত দিয়া সোণৰ অলংকাৰৰ হিচাব

| | | |
|---|---|---|
| কাণফুল ১ জোৰ ওজন | ॥০ অনা | ১০৸০ |
| ঐ বানচ | | ২৲ |
| বাখৰ ফুটি | | ॥৵০ |
| আংটি এটি ওজন | ॥০ অনা | ১০৸০ |
| বানচ | | ৪৲ |
| বাখৰ ১টি | | ।৴০ |
| হাৰ এডাল ওজন | ৫॥০ টোলা | |
| | ২১॥০ হিঃ | ১১৮।০ |
| ঐ বানচ | ৩॥০ হিঃ | ১৯।০ |
| বাখৰ ১টি | | ।০ |
| আংটি ১টি | | ১০৲ |
| বালা ৫ তোলা | ২২ টকা হিঃ | ১১০৲ |
| বানচ | | ৭॥০ |
| | | ২৯৩॥৶০ |

১৯২৯ খৃঃত সোণৰ মূল্য ২১॥০ টকা ২২ টকা। সোণৰ মূল্য আৰু টিনৰ মূল্য হেনো সমানে থাকে। বিবাহ উপলক্ষে ঘৰৰ আপোন পৰিয়ালৰ সকলোটিকে কাপোৰ-কানি দিছিলে।

কালিৰাম মেধিৰ তৃতীয়া কন্যা ৰত্না দাস (সৰুমাই)। ১৯৪০ খৃঃ ৰ ১৫ আগষ্ট, ৩০ শাওনত বৰপেটাৰ হৰিদাস পণ্ডিতৰ তৃতীয় পুত্ৰ মুৰাৰীচৰণ দাসৰ লগত ৰত্নাদাসৰ বিবাহ হয়। মুৰাৰীচৰণ দাসে প্ৰথমতে হাজো হাইস্কুল, অভয়াপুৰী ছোৱালী হাইস্কুলত শিক্ষকতা কৰিছিল। ১৯৪৭ খৃঃৰ পৰা শ্ৰীদাস অসম সংগ্ৰহালয়ৰ সহকাৰী কিউৰেটৰ। ১৯৬৮ খৃঃৰ

পৰা ১৯৭২ খৃঃলৈ তেওঁ সংগ্ৰহালয়ৰ সঞ্চালক স্বৰূপে কাৰ্য্যনিৰ্বাহ কৰি অৱসৰ গ্ৰহণ কৰিছে। মুৰাৰী দাস এগৰাকী প্ৰত্নতত্ত্ববিদ।

তৃতীয়া পত্নী স্বৰ্ণলতা মেধিৰ প্ৰথমা কন্যা জাহ্নৱী (কণ) মেধি। ১৯৪৪ খৃঃৰ ১৩ মেই ২৯ বহাগত বৰপেটাৰ প্ৰফুল্ল দাসৰ লগত জাহ্নৱীৰ বিয়া হয়। প্ৰফুল্ল দাসৰ ঘৰ বৰপেটাৰ বিলতাৰী হাটীত। তেওঁ বঙ্গদেশৰ বাৰ্ণপুৰত চাকৰি কৰিছিল। বিয়াৰ পিছতে ১৯৪৫ খৃঃত কালিৰাম মেধি এবাৰ বাৰ্ণপুৰলৈ গৈছিল। বাৰ্ণপুৰ বৰ গৰম যদিও তেওঁ বিচনী ব্যৱহাৰ নকৰিলে। জী-জোৱাইৰ ঘৰ পাই চাহ-পানী খাই ইটো-সিটো কথা পতাৰ পিছতে অধ্যয়নত মনোনিবেশ কৰিলে।

প্ৰফুল্লদাসে প্ৰথমতে মেধিলৈ চিঠি লিখিছিল ইংৰাজীত। কিন্তু মেধিৰ পৰা যেতিয়া অসমীয়াত উত্তৰ আহিল তেতিয়া তেওঁ অসমীযাতে লিখা কৰিলে।

দ্বিতীয়া কন্যা হেমৰেখাৰ (অকণ) বিয়া হয় ১৯৪৭ খৃঃ ১৯ জানুৱাৰীৰ ৫ মাঘত মাধৱ দাসৰ লগত। মাধৱ দাস আজৰাৰ। তেওঁ ছিলঙত সচিবালয়ত চাকৰি কৰিছিল। মাধৱ দাস অকালতে মৃত্যুৰ মুখত পৰে।

তৃতীয়া কন্যা কমলা (ধন) দাসৰ ১৯৪৮ খৃঃ ৰ ২১ এপ্ৰিল, ৮ বহাগত ডক্টৰ হৰিপ্ৰসন্ন দাসৰ লগত বিয়া হয়। হৰিপ্ৰসন্ন দাস নলবাৰী গৰ্ডন হাইস্কুলৰ কৃতী প্ৰধান শিক্ষক মণিৰাম দাসৰ পুত্ৰ। ডক্টৰ হৰিপ্ৰসন্ন দাস গুৱাহাটী বিশ্ববিদ্যালয়ৰ ভূগোল বিভাগৰ অধ্যাপক।

বৰ্তমান মেধিৰ পানবজাৰ নেথন বোডৰ ঘৰত থাকে কনিষ্ঠ পুত্ৰ সুভদ্ৰ মেধি।

পানবজাৰৰ ঘৰখনতে মেধিয়ে শেষ জীৱন অতিবাহিত কৰিলে। গোলাঘাটত ই. এ. চি. হৈ থাকোতে ১৪শ টকাত পানবজাৰৰ এই ৩ কঠা ১০ লেচা মাটি কিনিছিল। পূৰ্বৰ খেৰি ঘৰটো ভাঙি দুমহলীয়া ঘৰটো সাজিছিল চৰকাৰৰ পৰা দহ হাজাৰ টকাৰ বিল্ডিং এডভান্স লৈ। এজন এজন কৈ তিনি জনা পত্নী দুমলীয়া কন্যা হেৰুৱাই শেষ জীৱনত এই ঘৰটোতে নাতি-নাতিনী সকলৰ দ্বাৰা পৰিবেষ্টিত হৈ দিন কটাইছিল। ৰামভদ্ৰ মেধিয়ে এই কাল ছোৱাত নানান ঠাইত চাকৰি কৰি ঘূৰি ফুৰিছিল যদিও পত্নী আৰু পুত্ৰ-কন্যাক লগলৈ নিয়া নাছিল।

ৰামভদ্ৰ মেধিৰ পত্নী মোহদা মেধিয়ে শহুৰেকক বৰ শ্ৰদ্ধাভক্তি আৰু সেৱা শুশ্ৰূষা কৰিছিল। মেধিয়েও বোৱাৰীয়েকক মাতে 'মাই মাই' বুলি। ৰামভদ্ৰ মেধি দি পঠিওৱা টকাখিনি দুভাগ কৰি এভাগ বোৱাৰীয়েকৰ হাতত ঘৰৰ খৰছৰ বাবে দিয়ে, আন ভাগ নিজে ঘৰৰ খৰছ কৰে। বোৱাৰীয়েকক দিয়ে হয় কিন্তুপ্ৰতি মুহূৰ্ততে বোৱাৰীয়েকক সকিয়াই থাকে, 'মাই হিছাপ কৰি খৰছ কৰিবি। দিনে ইমান খিনি টকাৰ হে বজাৰ কৰিবি'

ইত্যাদি। শহুৰেকৰ দিহা যুক্তি পৰামৰ্শ মতেই বোৱাৰীয়েক মোহদা মেধিয়ে ছয়টা লৰা ছোৱালীৰ পঢ়া-শুনা, পিন্ধা-উৰা, খোৱা-বোৱা সকলোখিনিকে সুচাৰুৰূপে চলাইছিল।

নাতি-নাতিনীৰ পঢ়াশুনাৰ প্ৰতি কালিৰাম মেধিৰ বৰ নজৰ। কেতিয়া কোনজনক কোন ধৰণৰ ঘৰুৱা শিক্ষক দিব লাগে কোনজন কোন শ্ৰেণীৰ উপযুক্ত সেই বিলাক চিন্তা কৰাক কালিৰাম মেধিৰ। ইপিনে ধুবুৰীত চব জজ হিছাপে কাৰ্য্য নিৰ্বাহ কৰি থকা ৰবপুত্ৰক সকিয়াই থাকে মিতব্যয়ী হৈ টকা ৰাহি কৰিবলৈ, কাৰণ কেইবছৰমান পিছতে ৰবনাতিনী মামনিক বিয়া দিব লাগিব, দীপক উচ্চশিক্ষাৰ বাবে বিলাতলৈ পঠাব লাগিব।

"তুমি যথাসাধ্য পইছা save কৰিবা। ৪।৫ বছৰতে মামনিক বিয়া দিব লাগিব। খৰছ প্ৰায় ৫০০০ টকা পৰিব। গহনা, কাপোৰ, বাচন-বৰ্তন, খাট-পালেং আদি মানুহক খুওৱা-বোওৱাত এই টকা লাগিব। ৫ বছৰ অন্তত দীপককো বিলাতলৈ পঠাব লাগিব। এতেকে এক প্ৰকাৰ কষ্ট হলেও তুমি save কৰিব লাগিব। মোৰ নিমিত্তে কোনো বস্তু নিকিনিবা।" (২৯।১০।৫২)

আনহাতে বৰ পুতেকক তেওঁৰ কৰ্মক্ষেত্ৰৰ প্ৰতি সদায় সজাগ কৰি থাকে—

"ধুবুৰীত তুমি কাম শিকিব লাগিব। জুৰীক চাৰ্য্য দিওঁতে সাবধানে দিব লাগে। পুৰণি নথি চাই সেই বিষয়ে ঠিক কৰি লবা। Civil Case সম্বন্ধে তুমি নিজেই চলাব পাৰিবা। দীনৰ কথা মনত ৰাখিবা। ধুবুৰীত কৰা তোমাৰ কামেই ভবিষ্যতে তোমাৰ ভাগ্যৰ পৰিচায়ক হব। এই প্ৰথমতে কষ্ট স্বীকাৰ কৰি কামখিনি চলাবা। ভবিষ্যতে সহজ হব।

শ্ৰীমান দীপকক এইবছৰ ইয়াৰ পৰা নিব নালাগে। তাক নিনিলে মামনিক অকলে নিয়া অসুবিধা। এইবছৰ উভয়ে ইয়াতে থাওক। মাকৰে সৈতে সৰু লৰা-ছোৱালী দুটিক তালৈ নিবলৈ চেষ্টা কৰিবা। তেতিয়া হলে তোমাৰ ভাত মুঠিৰ আৰু ঘৰখন চোৱাৰ সুবিধা হব। আমি ইয়াত এক ৰকম চলাব পাৰিম।" (২২।৮।৫১)

## মৃত্যু ॥

২৪ জানুৱাৰী, ১৯৫৪ খৃঃ। সিদিনা কল্পনাথ ভূঞা কালিৰাম মেধিৰ ওচৰলৈ অহা কথা। কল্পনাথ ভূঞা মেধিৰ পত্নী স্বৰ্ণলতা মেধিৰ ককায়েক। ভূঞাই হেনো ছোৱালী বিয়াৰ সংক্ৰান্তত কিবা কথা আলোচনা কৰিব আহিব বিচাৰিছিল। কিন্তু কিবা কাৰণত তেওঁ নাহিল।

ৰবপুত্ৰ ৰামভদ্ৰ মেধিও ঘৰতে আছিল। কালিৰাম মেধিৰ সিদিনা একো অস্বাভাবিকতা নাই। ৰাতিপুৱাৰে পৰা দৈনন্দিন কাম বিলাক এটা এটাকৈ কৰি গৈছিল।

ৰাতিপুৱা শুই উঠি ধপাত খোৱা, অধ্যয়ন কৰা। গা পা ধুই গোঁসাই ঘৰত নাম লোৱা ইত্যাদি। সন্ধিয়া লাগিল বোৱাৰীয়েকে ৰন্ধা বঢ়াত লাগিল। আবকালিৰ কথা। মেধিক সোনকালে ভাত বাঢ়ি দিলে। আন দিনাৰ দৰে দুটুকুৰা মাছ এটা পটল সিজাই দিলে। সিদিনা মেধিয়ে মাছ এটুকুৰাহে খালে। মাছ তেওঁৰ বৰ প্ৰিয়। ভাত খাই উঠি বোৱাৰীয়েকে চকলাই দিয়া তমোলকণ খালে ধপাত এচিলিমো খালে। বোৱাৰীয়েকে শুবলৈ দি কাপোৰ কানি ঠিক কৰি দিলে।

সৰু সৰু লৰা ছোৱালী কেইটি খাইবৈ বিচনাত লালকাল দিলে। ডাঙৰ কেইজন বাহিৰত জুই পুৱাই আছিল। কালিৰাম মেধিয়ে ৰামভদ্ৰ মেধি আৰু বোৱাৰীয়েকক ভাত খাবলৈ বাৰে বাৰে কৈ আছিল।

অলপ পিছত মেধিৰ কাহ উঠিল। বৰকৈ কাহিবলৈ ধৰিলে। অলপ শৌচ কৰিলে। ৰামভদ্ৰ মেধিয়ে বুকুখন পিহি দি ৰাম ৰাম বুলিবলৈ কলে।

ওচৰতে ডেন্টিচ ডাক্তৰ বীৰেণ চৌধুৰীৰ ঘৰ। বীৰেণ চৌধুৰীক ততালিকে মাতি অনা হ'ল। বীৰেণ চৌধুৰীয়ে ভালকৈ পৰীক্ষা কৰি চালে আৰু কলে,

'এতিয়া শুৱাই দিয়ক।'

'এতিয়া কি ঔষধ দিব।'

এইবুলি কৈ বোৱাৰীয়েকে কাতৰ দৃষ্টিৰে ডাক্তৰ বীৰেণ চৌধুৰীৰ মুখলৈ চালে।

'ঔষধ আৰু নাই' বুলি চৌধুৰীয়ে দীঘল হুমুনিয়াহ এটি এৰিলে।

'ঔষধ নাই যদি কিহৰ ডাক্তৰ'। চৌধুৰীৰ ওপৰত বোৱাৰীয়েকৰ কাতৰ কণ্ঠৰ অভিযোগ।

অলপ পিছত সকলো শেষ।

মেধিৰ মৃত্যুৰ বাতৰি বনজুইৰ দৰে প্ৰচাৰ হোৱাৰ লগে লগে তেওঁৰ গুণমুগ্ধ সকলেৰে ঘৰ ভৰি পৰিল। পিছদিনা অৰ্থাৎ ২৫ জানুৱাৰীত কামাখ্যা শ্মশানত তেওঁৰ মানবী দেহা ভস্মীভূত হয়। এটি কৰ্মময় জীৱনৰ অবসান ঘটিল।

## ১০. সাহিত্য চৰ্চা

কালিৰাম মেধিৰ ৰচনা সংখ্যা সাপেক্ষ নহয়। নাইবা ছাত্ৰাৱস্থাত স্কুল কলেজৰ আলোচনী সম্পাদনা কৰি, স্কুল কলেজৰ প্ৰতিযোগিতাত প্ৰথম দ্বিতীয় স্থান অধিকাৰ কৰা বা সোণ ৰূপৰ পদক লাভ কৰা কথাও শুনা নাযায়। সম্ভবতঃ ছাত্ৰাৱস্থাত পঢ়াশলীয়া পাঠ্য পুথিত মূৰগুজি থকা বিধৰ ছাত্ৰহে আছিল কালিৰাম মেধি।

মেধি স্কুলত পঢ়া সময়ছোৱা জোনাকী-বিজুলীৰ পয়োভৱৰ কাল। জোনাকী-বিজুলীত ছাত্ৰ ৰচনা শিতান এটা আছিল যদিও তাত মেধিৰ কোনো ৰচনা প্ৰকাশ হোৱা নাছিল। অৱশ্যে মেধি কলেজত পঢ়া সময় ছোৱা (১৮৯৭-১৯০৩) অসমীয়া আলোচনী সংবাদ পত্ৰৰ বাবে অন্ধকাৰ কাল। এই কালছোৱাত জোনাকী বিজুলীৰ বেলি লহিয়াইছিল। সেই সময়ত কালিৰাম মেধিয়ে কিবা লিখিছিল নে নাই জনা নাযায়।

১৯০১ খৃঃ ৰ পৰা নতুন খণ্ড জোনাকী সত্যনাথ বৰাৰ সম্পাদনাত গুৱাহাটীৰ পৰা প্ৰকাশ হৈছিল। ১৯০৬ খৃঃত পদ্মনাথ গোহাঞি বৰুৱাৰ সম্পাদনাত তেজপুৰৰ পৰা প্ৰকাশ হৈছিল মাহেকীয়া আলোচনী 'উষা'। ১৯০২ খৃঃত লক্ষ্মীনাথ শৰ্মাৰ সম্পাদনাত নতুন খণ্ড, চতুৰ্থভাগ 'বিজুলী' প্ৰকাশ হৈছিল। ১৯০৯ খৃঃত অসমীয়া সংবাদপত্ৰ আলোচনীৰ বাবে এটি লেখৰ বছৰ। সেই বছৰতে লক্ষ্মীনাথ বেজবৰুৱাৰ সম্পাদনাত 'বাঁহী' প্ৰসন্ন কুমাৰ বৰুৱাৰ সম্পাদনাত 'আলোচনী' আৰু তাৰানাথ চক্ৰবৰ্ত্তীৰ সম্পাদনাত 'আসাম বান্ধৱ' প্ৰকাশ হয়।

সত্যনাথ বৰাৰ সম্পাদনাত প্ৰকাশ হোৱা নতুন খণ্ড দ্বিতীয় বছৰ চতুৰ্থ সংখ্যা (পুহ, ১৮২৫ শক, ১৯০৩) জোনাকীত কালিৰাম মেধিৰ 'প্ৰলয়' নামৰ প্ৰবন্ধ এটি প্ৰকাশ হয়। সম্ভৱতঃ 'প্ৰলয়ে' কালিৰাম মেধিৰ প্ৰথম প্ৰকাশিত ৰচনা। মেধি তেতিয়া এম. এ. পৰীক্ষাৰ পৰীক্ষাৰ্থী, একুৰি তিনি বছৰীয়া চঞ্চল ডেকা। ১৯০৪ খৃঃৰ পৰা মেধি চৰকাৰী বিষয়া মাটি হাকিম। ১৯১০ খৃঃ লৈ তেওঁৰ কৰ্মস্থান নগাওঁ। নগাৱঁত অসমীয়া ভাষা উন্নতি সাধিনী সভাৰ জৰিয়তে সাহিত্য চৰ্চা কৰা কথা আমি পূৰ্বতে উল্লেখ কৰিছোঁ।

ডিব্ৰুগড়ত থকা কালছোৱাই মেধিৰ সাহিত্য চৰ্চাৰ পয়োভৱৰ কাল বুলিব পাৰি। প্ৰথম বছৰ 'আসাম বান্ধৱ' আৰু 'আলোচনীত' তেওঁৰ ভালে কেইটি প্ৰবন্ধ প্ৰকাশ হয়। 'অসমীয়া নাট', 'হেলীৰ নেজাল তৰা', 'গৌৰৱ', 'লিখা সজুলি' প্ৰথম বছৰ 'আসাম বান্ধৱ'ত প্ৰকাশিত প্ৰবন্ধ। প্ৰথম বছৰ আলোচনীত প্ৰকাশিত প্ৰবন্ধ 'তপ', 'পৃথিবী' আৰু 'সূৰ্য্য'। 'আসাম বান্ধৱ'তে সৰহ ভাগ প্ৰবন্ধ প্ৰকাশ হৈছিল। 'কুসংস্কাৰ', 'অসমীয়া ব্যাকৰণ আৰু

ভাষাতত্ত্ব', 'শূদ্র', 'পৰিশ্ৰমৰ সন্মান', 'তেম', 'মূল পদাৰ্থ', 'জাতিৰ উৎপত্তি', 'কবি পুৰুষোত্তম গজপতি', 'ইন্দ্ৰপাল ৰজাৰ গুৱাহাটী তামৰ ফলি', 'প্ৰাগজ্যোতিষেশ্বৰ ভাস্কৰ বৰ্মাদেৱ', 'গোৱালপাৰাৰ প্ৰাচীন কীৰ্তি', 'ঘাঘৰি মাজি' আদি তেওঁৰ 'আসাম বান্ধৱ'ত প্ৰকাশিত প্ৰবন্ধ। 'চেতনা, 'বাঁহী', 'জয়ন্তী', 'সুৰভি', 'আৱাহন', 'সাহিত্য সভা পত্ৰিকা', 'প্ৰভাত, 'নামধৰ্ম', 'ৰামধেনু' প্ৰভৃতি আলোচনীত মেধিৰ ভালেমান প্ৰবন্ধ প্ৰকাশ হৈছিল।

আলোচনীত প্ৰকাশিত মেধিৰ প্ৰবন্ধৰাজি প্ৰধানকৈ তিনি শ্ৰেণীত ভাগ কৰিব পাৰি। কিছুমান ঐতিহাসিক আৰু পুৰাতত্ব বিষয়ক, কিছুমান বিজ্ঞান বিষয়ক আৰু কিছুমান পৌৰাণিক সাহিত্য আৰু ভাষা বিষয়ক। প্ৰাচীন অসমৰ ঐতিহ্য বিচাৰ, প্ৰাচীন অসমীয়া সাহিত্যৰ সৌন্দৰ্য বিশ্লেষণ আৰু অসমীয়া ভাষাৰ আদি মূল অন্বেষণ মেধিৰ ৰচনাৰ অন্যতম বৈশিষ্ট্য। তেওঁৰ ৰচনাৰ মাজত বিস্তৃত অধ্যয়ন, গভীৰ তত্বানুসন্ধানী জীৱন জীজ্ঞাসাৰ নিদৰ্শন বিদ্যমান। পদাৰ্থ বিজ্ঞানৰ কথাই হওক, নাইবা জটিল দাৰ্শনিক তত্ত্বৰ কথাই হওক সহজ সৰল ৰূপত বিশ্লেষণ কৰিব পৰাটোৱে তেওঁৰ ৰচনাৰ আকৰ্ষণীয় কথা। পদাৰ্থ বিজ্ঞান নাইবা জ্যোতিৰ্বিজ্ঞানৰ প্ৰবন্ধ ৰাজিৰ নামটো যেনে সহজ সৰল ঠিক তেনে সহজ সৰল ভাবে উপস্থাপন কৰিব পাৰিছে বিজ্ঞানৰ জটিল বিষয় সমূহ। 'মূল পদাৰ্থ', 'হেলীৰ নেজাল তৰা', 'লেখা সজুলি', 'সূৰ্য্য', 'পৃথিবী', 'জাতিৰ উৎপত্তি', 'সভ্যতাৰ ক্ৰম বিকাশ' তেওঁৰ বিজ্ঞান বিষয়ক প্ৰবন্ধ। ভালেকেইটি প্ৰবন্ধ নৃতত্ব বিষয়ক।

'অসমীয়া নাট', 'অঙ্কীয়া নাট', 'শ্ৰীশঙ্কৰদেৱৰ বৰগীত', 'কালিয় দমন নাট', 'শঙ্কৰদেৱ আৰু চৈতন্যদেৱ, 'মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্ম', 'অসমীয়া নাট প্ৰতিষ্ঠান, 'ওজা ভাৱৰীয়া', 'প্ৰাচীন কামৰূপীয় গীত', 'কবি পুৰুষোত্তম গজপতি, শ্ৰীমথুৰা দাস বুঢ়া আতা, 'ৰাম ৰায় নামৰ সময়' আলোচনাৰ বিষয় বস্তু বৈষ্ণৱ কবি আৰু সমসাময়িক সন্ত মহন্ত আৰু কবি।

'অসমীয়া নাট' প্ৰবন্ধত অসমীয়া নাটৰ গুৰি কথা, উৎপত্তি অঙ্কীয়া নাটৰ লগত আন ভাৰতীয় নাটৰ সাদৃশ্য, অঙ্কীয়া নাটৰ বৈশিষ্ট্যৰ কথা বিচাৰ কৰিছে। এই প্ৰবন্ধটো মেধি ডাঙৰীয়াৰ অঙ্কাৱলীৰ দীঘলীয়া বিস্তৃত আলোচনাৰ পূৰ্বাভাস বুলি কব পাৰি। গ্ৰীক ক'ৰাচৰ লগত অসমীয়া ওজাপালিৰ তুলনা কৰি তেওঁ লিখিছে—

"গ্ৰীক দেশত ৰেপ্‌চদী আৰু ইংলণ্ডত ডাঙৰ বীৰৰ কীৰ্ত্তি মুখে মুখে গোৱাৰ নিচিনাকৈ আসামতো পুৰাণাদিৰ অসমীয়া ভাঙনি ওজাই পদত গাই ফুৰিছিল। গোষ্ঠ, সবাহ বা বিয়াত পুথিৰ পদ গোৱা নিয়ম আজিকালিও কামৰূপ আৰু দৰং জিলাত চলিত আছে। ওজাৰ পদ, গ্ৰীক ক'ৰাচৰ (chorus) লগত অনেক মিলে। গ্ৰীক দেশত বেকাচ দেৱতাৰ অগ্ৰে দৌল এটাত ছাগল এটা বলি দি তাৰ চাৰিওফালে কেইজনমান মানুহে উক্ত

দেৱতাৰ নগৰীয়া স্বৰূপে নাচি নাচি গীত গাইছিল। এই গীতৰ নাম ক'ৰাচ। ...... সাধাৰণ ওজাতকৈ শুকনানী বা মাৰৈ গোৱা ওজাৰ পদ গোৱা নিয়ম গ্ৰীক ক'ৰাচৰ সৈতে বেচিকৈ মিলে।"

ওজা ভাৱৰীয়া প্ৰবন্ধবো আলোচনাৰ বিষয় ওজাপালী অনুষ্ঠান। প্ৰবন্ধটিত ভাৱৰীয়া শব্দৰ আতিগুৰি বিচাৰ কৰি ওজাপালীৰ সঙ্গীত নৃত্য, দেওধানী নৃত্যৰ কথা আলোচনা কৰিছে।

'কবি পুৰুষোত্তম গজপতি' প্ৰবন্ধত মেধিয়ে পুৰষোত্তম গজপতিৰ সময় আৰু ৰচনাৰ কথা বিস্তৃত ভাবে আলোচনা কৰিছে। 'দীপিকাছন্দ' পুৰুষোত্তম গজপতি ৰচিত এখনি উল্লেখযোগ্য পুথি। তেওঁৰ আন এখন পুথি 'ৰুদ্ৰ যামল'।

'শূদ্ৰ' এটি তত্ত্ব গধুৰ প্ৰবন্ধ। বেদ, মনুসংহিতা আদিৰ উদ্ধৃতিৰে শূদ্ৰ বৰ্ণ বা জাতৰ ঐতিহ্য বিচাৰ প্ৰবন্ধটোৰ প্ৰতিপাদ্য বিষয়। 'সমাজৰ ক্ৰম বিকাশ' প্ৰবন্ধত মানৱ সমাজৰ ক্ৰম বিকাশৰ কথা পৰ্য্যালোচনা কৰিছে।

'প্ৰলয়' মেধিৰ প্ৰথম ৰচনা। পদাৰ্থ বিজ্ঞানৰ ছাত্ৰ মেধিয়ে প্ৰবন্ধটোত শক্তি ( Energy), বল ( Force ), কৰ্ম ( Work ) আদিৰ কথা আলোচনা কৰিছে। এই বোৰেই যে পৃথিবীত মহা প্ৰলয়ৰ কাৰণ সেয়েই প্ৰবন্ধটোৰ প্ৰতিপাদ্য বিষয়। আগন্তুক মহা প্ৰলয়ৰ কথা তেওঁ বৈজ্ঞানিক দৃষ্টিৰে বিচাৰ কৰিছে।

"ইপিনে সকলো শকতি তাপ হৈ যোৱাত পৃথিবীৰ সকলো বস্তু ইমান তপত হব যে ১২ সূৰ্য্যও তাৰ ওচৰত হাৰ মানব লাগিব। তেতিয়া পশুপক্ষীৰ লৰিব চৰিবৰ ক্ষমতা নাইকিয়া হব। কোনো কাম কৰিব নোৱাৰিব আৰু পৃথিবীৰ সকলো কাম বন্ধ হব। এইয়ে প্ৰলয়, কিন্তু ই কিমান দিনৰ মূৰত হব কোনোৱে কব পৰা নাই।"

সাধনাত সিদ্ধি লাভৰ বাবে একান্ত প্ৰয়োজন একনিষ্ঠতাৰ 'তপ' প্ৰবন্ধত সেই কথা বিচাৰ কৰিছে। একনিষ্ঠ সাধনাৰ বলতে মানুহে নিজৰ লক্ষ্যত উপনিত হবলৈ সক্ষম হয়।

মানুহৰ মনত সৃষ্টি হোৱা গৰ্ব ভাবৰ উৎপত্তি বিচাৰ কৰি গৌৰব প্ৰবন্ধত লিখিছে— "গৌৰব তিনি ঠাইৰ পৰা উৎপত্তি হয়—সৌভাগ্য শৰীৰ আৰু মন। সৌভাগ্যৰ পৰা জন্ম ধন আৰু মান আহে। নিধিৰাম বৰুৱাৰ পুতেক গৰুচোৰ হলেও ভূঞা পোৱালী। কলামন দাস বিদ্যাভূষণ হলেও সামান্য মানুহ। বৰুৱাৰ ঘৰৰ লৰাই আগ ফলা আৰু আগ ঠগি পোৱা নিয়ম। সামাজিক আইনত বন্ধ আছে।

"ইকালে তোমাৰ ধন থাকোক, তুমি ধন ধাৰ দিব নালাগে, একো কৰিব নালাগে সজ কামত খৰচ কৰিব নালাগে, একো কৰিব নালাগে, তোমাৰ ধনৰ গোন্ধেই সকলোকে, তোমাৰ ওচৰত বিনীত, শিষ্টাচাৰী আৰু নম্ৰ কৰিব।"

প্ৰাচ্য আৰু পাশ্চাত্য নানান উদাহৰণেৰে এনে ভাবে গৌৰৱৰ প্ৰধান কাৰণসমূহ মেধিয়ে আলোচনা কৰিছে। সহজ সৰল ভাবে উপস্থাপন কৰিব পৰাটোৱে মেধি ডাঙৰীয়াৰ লিখনিৰ অন্যতম বৈশিষ্ট্য।

'লিখা সজুলি' প্ৰকৃততে লিখন পদ্ধতিৰ ক্ৰম বিকাশৰ খতিয়ান। তামৰ ফলি, চামৰা, শিল, গছ আদিত প্ৰথমতে নানান পদ্ধতিৰে লিখাৰ কথা বিশ্লেষণ কৰিছে। ক্ৰমে ক্ৰমে লিখা পদ্ধতি উন্নত হৈ আহিছে। সাচি পতীয়া পুথিত হেঙুল আৰু হাইতালেৰে লিখা পদ্ধতিৰ কথা আলোচনা কৰিছে। মানৱ জাতিৰ ক্ৰমবিকাশৰ লগত লিখন পদ্ধতিৰ ক্ৰম-বিকাশৰ নিবিড় সম্বন্ধ। 'লিখা সজুলি' প্ৰবন্ধটি নৃতত্ত্ব সম্বন্ধীয়। আৰু ই লিখকৰ নৃতত্ত্ব বিজ্ঞান জ্ঞানৰ সম্যক পৰিচয়।

মেধি ডাঙৰীয়া ৰচিত প্ৰবন্ধবোৰৰ নামটো চালে বিষয় বস্তু লঘু হব যেন লাগে। কিন্তু লঘু বিষয় বস্তুৰ মাজতে বিচাৰ বিশ্লেষণ কৰি চায়হি একোটি গুৰু সমস্যাৰ কথা। 'পৰিশ্ৰমৰ সন্মান' তেনে এটি ৰচনা। প্ৰবন্ধটোত পৰিশ্ৰমৰ মৰ্যাদা আৰু প্ৰয়োজনীয়তাৰ কথা নানান যুক্তি সহকাৰে আলোচনা কৰিছে।

**ভাষণ।**

কালিৰাম মেধিৰে অসম সাহিত্য সভাৰ তৃতীয় অধিবেশনত দিয়া সভাপতিৰ অভিভাষণ, শ্ৰীশঙ্কৰদেৱৰ পাচশ বছৰীয়া জন্ম জয়ন্তী উছৱৰ তৃতীয় দিনাৰ সভাপতিৰ অভিভাষণ আৰু দ্বিতীয় দিনৰ নিৰ্দিষ্ট বক্তাৰ ভাষণ, হাতে লিখা এই তিনিওখন ভাষণেই পিছত লিখিত ৰূপত প্ৰকাশ পাইছে। তিনিওখন ভাষণৰে স্থান বৰপেটা।

শ্ৰীশঙ্কৰদেৱৰ জন্ম জয়ন্তী উছৱৰ তৃতীয় দিনৰ আলোচনাৰ বিষয় শঙ্কৰী কলা। সভাত সভাপতিৰ আসনৰ পৰা দিয়া ভাষণত মেধিয়ে প্ৰথমতে নাট্যকলা বা সঙ্গীত কলাৰ উৎপত্তিৰ আদি মূল বৰ্ণনা কৰে। সংস্কৃত নাট্য সাহিত্যৰ চমু খতিয়ান আলোচনা কৰি লগতে অসমীয়া নাট্য সাহিত্যৰ উৎপত্তিৰ বিষয়ে দৃঢ়ভাৱে কয়।

"অসমীয়া নাটৰ উৎপত্তি অসমতে হৈছে। তাৰ জন্মদাতা মহাপুৰুষ শঙ্কৰদেৱ। যিমান দূৰ জনা যায় সেই সময়ত ভাৰতৰ কোনো ঠাইতে নাট দেশীয় ভাষাত ৰচিত বা অভিনীত হোৱা নাছিল। অসমীয়া অঙ্কই ভাৰতৰ সৰ্বপ্ৰথম দেশীয় ভাষাত লিখিত আৰু অভিনীত নাট। অকল সেয়ে নহয়, নাটৰ লগে লগে মহাপুৰুষে ভাৰতীয় ভাষাৰ গদ্যৰ জন্ম দিলে। তাৰ আগেয়ে ভাৰতৰ কোনো ঠাইতে দেশীয় গদ্য ওলোৱা নাছিল।"

মেধি ডাঙৰীয়াই অসমীয়া সঙ্গীতৰ অতীত ঐতিহ্যৰ কথাও ভাষণত বহলাই আলোচনা কৰিছিল। অসমীয়া সঙ্গীতত ব্যৱহৃত বিভিন্ন তাল ৰাগ-ৰাগিনীৰ কথা উল্লেখ কৰি

মুছলমানী সঙ্গীতৰ পৰা যে অসমীয়া সঙ্গীত মুক্ত সেই কথাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে।

"সামাজিক আৰু ৰাজনৈতিক বিষয়ত অসম দেশ মুছলমান প্ৰভুত্বৰ সম্পূৰ্ণ বাহিৰ আৰু স্বাধীন আছিল। সেইদৰে সঙ্গীত কলাতো অসমে মুছলমান সঙ্গীতৰ কোনো প্ৰভাব পোৱা নাছিল। সেইদেখি কোনো কোনোৱে অনুমান কৰে যে অসমীয়া গীত ৰাগৰ মূল প্ৰাচীন সাম গীত।"

অসমৰ প্ৰাচীন গীত আৰু নাট্য সাহিত্যৰ জন্মবৃত্তান্তৰ কথা, বৈশিষ্ট্যৰ কথা মেধি ডাঙৰীয়াই ভাষণত আলোচনা কৰিছে।

শ্ৰীশঙ্কৰদেৱৰ পাঁচশ বছৰীয়া জন্মোৎসবৰ দ্বিতীয় দিনাৰ আলোচনাৰ বিষয় 'শ্ৰীশঙ্কৰদেৱৰ ধৰ্মমত'। সিদিনাৰ সভাত মেধিয়ে নিৰ্দিষ্ট বক্তাৰ ভাষণত এক শৰণ ধৰ্মৰ তাৎপৰ্য্য. একেশ্বৰ বাদ, অদ্বৈত জ্ঞান, কৰ্মযোগ, ভক্তি আদিৰ বহুল ব্যাখ্যা দাঙি ধৰিছিল। শেষত তেওঁ শঙ্কৰদেৱৰ শৰণ পদ্ধতিৰ কথা বিশ্লেষণ কৰে।

"এই ধৰ্মত দীক্ষা নাই, যোল্ল ( ? ) নামৰ মন্ত্ৰও নাই। ইয়াত আছে শৰন। শৰণত একদেৱ ( চাৰি নাম ) আৰু চাৰি বস্তু অৰ্থাৎ নাম, দেৱ, গুৰু আৰু ভকত এই চাৰি বস্তু। শৰণৰ প্ৰচলন উপনিষদৰ কালৰ পৰাই আছে।"

১৯১৯ খৃঃত বৰপেটাত অনুষ্ঠিত সাহিত্য সভাৰ তৃতীয় অধিবেশনৰ সভাপতিৰ আসনৰ পৰা কালিৰাম মেধিয়ে দিয়া অভিভাষণখন গতানুগতিক অভিভাষণ নহয়। মেধি ডাঙৰীয়াই ভাষণত অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ পুনৰ উল্লেখ নকৰি আলোচনা কৰিছে অসমীয়া সাহিত্যৰ সমস্যাসমূহৰ কথা। বিভিন্ন চিন্তাবিদসকলে বিশ্বসাহিত্যৰ বিষয়ে কৰা চিন্তা চৰ্চাৰ কথা তেওঁৰ ভাষণত উল্লেখ কৰিছে। লগতে মেধিয়ে আঙুলিয়াইছে অসমীয়া সাহিত্যত কৰিব লগা আৰু কৰিব পৰা কাৰ্য্যসমূহৰ কথা। বিশ্বৰ মহতী সাহিত্যৰ অনুসৰন কৰাৰ কথা উল্লেখ কৰিছে যদিও জধে মধে অনুবাদ কৰা বা অনুসৰণ কৰাৰ মেধি পক্ষপাতী নহয়।

'ইংৰাজী 'Mare's nest'ক ঘূৰীৰ বাহ বুলি পোনে পোনে কৰিলে সি কিদ্ভূত কিমাকাৰ হব, অসমীয়াই বুজি নাপাব। আৰু তাক জীৰ্ণ কৰা টান হব। ইংৰাজী Good Morningক সুপ্ৰভাত নকৰি নমস্কাৰ কৰিলেহে আমাৰ ভাষাত সুৱলা হব। বহুত উদাহৰণৰ আৱশ্যক নাই। কিন্তু এটা কথা কওঁ ডুবৰাক দাবেৰা, বৰুৱাক বৰোৱা, সন্দিকৈক হেন্দিক কৰি আমাৰ কথাকে ইংৰাজীৰ সাজ পিন্ধোৱাটো বৰ দুখৰ কথা।"

অভিভাষণত মেধিয়ে উপন্যাস কবিতা চুটিগল্প আদি সাহিত্যৰ বিভিন্ন বিভাগৰ কথা আলোচনা কৰে। বিভিন্ন বিষয়ৰ শিক্ষাৰ কিতাপৰ ওপৰতো মেধিয়ে গুৰুত্ব আৰোপ

কৰে। মেধি ডাঙৰীয়া যদিও জখে মধে বিদেশী সাহিত্যৰ অনুসৰণ কৰা বা অনুবাদ কৰাৰ পক্ষপাতী নহয় কিন্তু কাৰিকৰী বিজ্ঞানৰ ক্ষেত্ৰত অনুবাদৰে সেই অভাব পূৰণ কৰাৰ ওপৰত গুৰুত্ব আৰোপ কৰিছিল।

"বাস্তৱ জীৱনৰ শিক্ষাৰ উপযোগী কিতাপ আৰু খেতি কৰি বেহা-বেপাৰ আদি লাগতিয়াল বিষয়ৰ কিতাপো আমাৰ খুব কম। উচ্চ শিক্ষাৰ উপযোগী বিজ্ঞান, দৰ্শন, উপনিষদ আদিও আমাৰ ভাষাত নাই। তিৰোতাৰ পাঠোপযোগী ভাল কিতাপ আমি দুই এখনহে পাইছোঁ। বিজ্ঞান দৰ্শন আদি আমাৰ বিদ্যা বুদ্ধিৰে লিখিব নোৱাৰিলেও আমি অনুবাদ কৰি আমাৰ ভাষাত উলিয়াব পাৰো। তাৰপৰা সমাজৰ উপকাৰ হব।"

অসমীয়া ভাষাত সম্পূৰ্ণ ব্যাকৰণ এখনৰ কথাও মেধিয়ে তেওঁৰ ভাষণত উল্লেখ কৰিছে। সাহিত্য সভাৰ সভাপতিৰ অভিভাষণত মেধিয়ে সাহিত্যৰ সমস্যাৰ কথা, উন্নতিৰ উপায় সাহিত্য সভাৰ কৰ্ত্তব্য আদিৰ কথা থূলমূল ভাবে আলোচনা কৰিছে।

বিভিন্ন আলোচনীত প্ৰকাশিত কালিৰাম মেধিৰ প্ৰবন্ধৰাজিৰ মাজত দেখা যায় প্ৰাচীন সাহিত্যৰ বিচাৰ বিশ্লেষণ, তত্ত্ব অন্বেষণ, ঐতিহ্য বিচাৰ, সৌন্দৰ্য্য বিচাৰ আৰু তুলনামূলক আলোচনা। বিজ্ঞান বিষয়ক ৰচনাৰাজি পদাৰ্থবিজ্ঞান, নৃতত্ব, সৌৰজগত, ভূ-তত্ব বিষয়ক জটিল তথ্যসমূহৰ সহজ সৰল প্ৰকাশ। সহজ সৰল ব্যাখ্যা, জাগতিক জগতৰ উপমাৰে ৰচনাৰাজি যিকোনো পাঠকৰ বাবে হৈ পৰিছে মনোগ্ৰাহী। আনহাতে ভাষা বিষয়ক আলোচনাৰ মাজত এহাতে বিচাৰ বিশ্লেষণ, ঐতিহ্য বিচাৰ আনহাতে উদাৰ বিশ্ববিক্ষা। তেওঁৰ আগবয়সৰ ৰচনাৰাজিত নানান কথিত শব্দৰ প্ৰচলন দেখা যায়। ভাষা সাহিত্যৰ বিষয়ে থকা গভীৰ জ্ঞানৰ বাবে তেওঁ যিটো শব্দ শুদ্ধ বুলি ভাবিছিল তেনেবোৰ শব্দ নিসন্দেহে ব্যৱহাৰ কৰিছিল। আগবয়সৰ ৰচনাত তেওঁ শুদ্ধ কামৰূপীয় শব্দ ব্যৱহাৰ কৰিছিল। নামনি অসমৰ শুদ্ধ কথিত ভাষা তেওঁ লিখিত ভাষাৰূপে ব্যৱহাৰ কৰিছিল। তেওঁৰ এনে উদাৰ বিশ্ববিক্ষা আৰু সৎসাহসৰ নিদৰ্শন তলৰ উদাহৰণসমূহ।

"বান্দৰৰ সামাজিক বান্ধন ইসবতো বেচি। গোৱালপাড়া জিলাৰ হাব্ৰাঘাট পৰগণাত এখাথন পৰ্ব্বতৰ উপৰত টুক্ৰেশ্বৰী গোসানীৰ মন্দিৰ আছে। তাত একদল বান্দৰ থাকে, তাৰে এটা ৰাজা বান্দৰ। ৰাজা বান্দৰৰ বৰ আদৰ। প্ৰতি শনিবাৰে আৰু মঙ্গলবাৰে গোসানীৰ পূজা কৰা হয়। পূজাৰ দিনা ৰাজা বান্দৰক ৰূপাৰ বাটিত আৱা গাখীৰ, আল চাউল, কল আদি উপকৰণৰ লগত খাদ্য যোগোৱা হয়। এই সম্ভাৰ ৰাজা বান্দৰেহে গ্ৰহণ কৰে, আন বান্দৰে তাক চুব সাহ নকৰে, ৰাজা বান্দৰে বলি কাটিলে তাৰ তেজ পিয়ে আৰু মাথাও নিয়ে।" 'সমাজৰ ক্ৰমবিকাশ', আসাম বান্ধৱ, ষষ্ঠ বছৰ, ১১শ সংখ্যা, ১৯১৬।

"এক ঠাইত পাইছিলো—এজন কোৱেকাৰ ধৰ্ম্মীৰ লগত কবি চাউদিৰ একদিন কথা বাৰ্ত্তা হৱাত চাউদি তেওঁৰ দিনটো কেনেকৈ ভাগাই কোন ভাগত কি কি কাম কৰে, এই দৰে ৰাতিপুৱাৰ পৰা দোভাগ ৰাতিলৈ কোন মুহূৰ্ত্তত তেওঁৰ কি কৰ্তব্য আছে কলে।" 'পৰিশ্ৰমৰ সন্মান', আসাম বান্ধৱ ষষ্ঠ বছৰ, ৭ম সংখ্যা ১৯১৫।

"নীলাম্বৰক জিতি হুচেন চাহ আৰু হুচেন চাহক খেদি হাজো ৰাজা হল। এনেস্থলত খেন আৰু কোচ বংশৰ মাজত দুৰ্লভ-নাৰায়ণ ৰাজা হৱা সম্ভৱ নহয়, কিয়নো দুৰ্লভ-নাৰায়ণৰ ৰাজধানী কমতাপুৰেই আছিল। এতেকে এওঁ নীলধ্বজৰ আগে কমতাপুৰৰ ৰাজা আছিল বুলি নিঃসন্দেহে ভাবিব পাৰি। পাল আৰু খেন বংশৰ মাজৰ কাল খিনিতে কামৰূপ অৰাজক হইছিল। এই সময়তে দুৰ্লভ-নাৰাযণ কমতাৰ ৰাজা হৱা সম্ভৱ। নহলে তেওঁ তাতো কৰি আগৰ ৰাজা হব, পাছৰ নহয়।" 'প্ৰহ্লাদ চৰিত্ৰ' পাতনি।

## অসমীয়া ভাষাৰ ব্যাকৰণ ॥

অসমীয়া ভাষাৰ প্ৰথম ব্যাকৰণ ৰচনা কৰিছিল বিদেশী চাহাবে। বিদেশী চাহাবে অকল ব্যাকৰণেই লিখা নাছিল। বিশেষকৈ আমেৰিকান বেপ্তিষ্ট মিছনাৰীসকলেই পূৰ্বভাৰতত প্ৰথমতে সংবাদ পত্ৰ প্ৰকাশ, ব্যাকৰণ, অভিধান, বিবিধ পাঠ্যপুথি, বিজ্ঞান বিষয়ক পুথি ৰচনাৰ পথ প্ৰদৰ্শক। মিছনাৰীসকলে ৰচনা কৰা পুথিসমূহেই আধুনিক অসমীয়া ভাষা সাহিত্যৰ লাই খুটা। মিছনাৰী ৰচনাই দেখুৱাই যোৱা পথেৰে অগ্ৰসৰ হৈয়ে অসমীয়া সাহিত্যত সৃষ্টি হ'ল নৱন্যাসধৰ্মী সাহিত্য আধুনিক সাহিত্য।

অসমীয়া ভাষাৰ প্ৰথম ব্যাকৰণখন ৰচনা কৰিছিল গুৱাহাটী চেমিনাৰীৰ প্ৰধান শিক্ষক মিঃ উইলিয়ম ৰবিঞ্চন। মিঃ ৰবিঞ্চন প্ৰথমতে অসমলৈ আহিছিল খৃষ্টান ধৰ্ম প্ৰচাৰৰ বাবে। পিছত তেওঁ মিছনাৰীৰ কাম এৰি গুৱাহাটী চেমিনাৰীৰ প্ৰধান শিক্ষক হয় ১৮৩৮ খৃ.ৰ ১৪ই এপ্ৰিলৰ পৰা। শিক্ষকতা কৰি ৰবিঞ্চনে অনুভৱ কৰিলে অসমীয়া ভাষাত এখন ব্যাকৰণৰ অভাৱৰ কথা। মাত্ৰ এবছৰ পাঁচ মাহ কাল শিক্ষকতা কৰিয়ে বিদেশী চাহাব জনাই ৰচনা কৰিলে অসমীয়া ভাষাৰ প্ৰথম ব্যাকৰণ A Grammar of the Asamese Language (By W Robinson, Government Seminary, Gowhatti, Serampore Press, November 1st, 1839) মি ৰবিঞ্চন সুদীৰ্ঘ একুৰি বছৰ ( ১৮৪৪ ৬৩ ) অসমৰ শিক্ষাবিভাগৰ কৰ্ণধাৰ। অসমৰ শিক্ষাৰ অগ্ৰগতিত ৰবিঞ্চনৰ দান লেখত লবলগীয়া।

মিঃ ৰবিঞ্চনৰ ৭৮ পৃষ্ঠাৰ A Grammar of the Asamese Languageৰ ভাষা ইংৰাজী। কেৱল উদাহৰণবোৰ অসমীয়া আৰু উদাহৰণবোৰ লিখিছে অসমীয়া আখৰত। মিঃ ৰবিঞ্চনে Introduction ত প্ৰথমতে অসমৰ কথা লিখিছে—

"The country itself is now fast rising in importance. The extraordinary fertility of its soil—its varied productions, among which the tea plant ranks as the most important, its extensive and hither to unexplored mineral treasures, all tend greatly to augment its value and to render it a highly valuable acquisition to the British Government"

অসমৰ সম্পদৰাজিৰ বাবে দেশখনৰ গুৰুত্ব দিনে দিনে বাঢ়ি আহিবলৈ ধৰিলে। এইদেশৰ ভাষাৰ জ্ঞান বিদেশীৰ বাবে প্ৰয়োজন হৈ পৰিল। সেই প্ৰয়োজনৰ চাহিদা পূৰণৰ বাবে ৰচনা কৰিলে অসমীয়া ব্যাকৰণ।

'An acquaintance therefore with the language of the country must be acknowledged to be important, especially to those who may enter it on mercantile speculations, for besides affording an intelligible medium of negociation with the people, it will likewise furnish facilities for friendly intercourse with them where by extensive information may be gleaned respecting the commercial advantages with the country afords'

প্ৰকৃততে মিঃ ৰবিঞ্চনৰ 'অসমীয়া ব্যাকৰণ'ৰ ঘাই লক্ষ্য অনা অসমীয়া ন শিকাৰুসকল, সেই কথা Introduction ত স্পষ্ট। মিঃ ৰবিঞ্চনৰ অসমীয়া ব্যাকৰণৰ আৰ্হি ইংৰাজী গ্ৰামাৰ। ইংৰাজী গ্ৰামাৰৰ নিচিনাকৈ mood, case, parts of speech আদি ভাগ কৰি আলোচনা কৰা হৈছে। বৰ্ণমালাৰ পিছতে ঘাই আলোচ্য বিষয় উচ্চাৰণ (Pronounciation) পুথিখনৰ শেষৰফালে নেওতা আৰু জোখমাখৰ আভাস দিছে।

অসমীয়া ভাষাৰ দ্বিতীয় ব্যাকৰণ বেভাৰেণ্ড নাথান ব্ৰাউনৰ Grammatical Notes on the Assamese Language (১৮৪৮ খৃঃ)। মি ব্ৰাউনৰ ব্যাকৰণৰ ভাষাও ইংৰাজী। কিন্তু উদাহৰণসমূহ অসমীয়া ভাষাত অসমীয়া আখৰেৰে লিখা। মিঃ পি. এইচ. মূৰে নগাৰ্ঁৰ পৰা পিছত ব্যাকৰণখন অলপ সংশোধন কৰিছিল (তৃতীয় প্ৰকাশ, ১৮৯০)।

৯৫ পৃষ্ঠাৰ ব্যাকৰণখনত মিঃ ব্ৰাউনেও প্ৰথমতে Sounds of the letters (উচ্চাৰণ)ৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে। ৰবিঞ্চন আৰু ব্ৰাউন দুয়োজনাৰ 'গ্ৰামাৰত' Mood, Conjugation আদিৰ ওপৰত গুৰুত্ব আৰোপ কৰিছে।

অসমীয়া ভাষাৰ উৎপত্তি, বৈশিষ্ট্য আৰু সংস্কৃত ভাষাৰ লগত সম্বন্ধৰ কথা 'গ্ৰামাৰ' খনৰ Introduction ত মিঃ ব্ৰাউনে আলোচনা কৰিছে। অসমীয়া ভাষা যে বঙলা ভাষাৰ ঠাল নহয়, বা বঙলা ভাষাৰপৰা উৎপত্তি হোৱা নাই মিঃ ব্ৰাউন সেই বিষয়ত দৃঢ়—

The Assamese is often regarded as merely a corrupt form of the Bengali, by persons who become acquainted with that language previous

**to their arrival in Assam Finding so large a proportion of words common to Bengali and Assamese, and not considering that this similarity necessarily results from the derivation of these languages from Sanskrit, the common parent of both, it has been hastily concluded that the Assamese is but an uncouth jargon, formed by the incorporation of Bengali with the various dialects of the country. The opinion that the present language of Bengali is the parent of Assamese, is irreconcilable with facts It is well known that there had been no influx of Bengalis into this province, prior to the Mohammedan invasion, at which time the language was established in its present form.**

Manual of the Bengali Language including An Asamese Grammar by G F. Nicholl M A. ( 1894 ) এখন ৩৬২ পৃষ্ঠাৰ গ্ৰন্থ। গ্ৰন্থখনিত প্ৰধানকৈ বঙলা ভাষাৰ কথাই আলোচনা কৰিছে। গ্ৰন্থখনিৰ শেষৰ ফালে ৩২৩ পৃষ্ঠাৰ পৰা ৩৬২ পৃষ্ঠালৈ আলোচনাৰ বিষয় Asamese Grammar

Nichollৰ 'গ্ৰামাৰ' খন মিঃ ৰবিঞ্চন আৰু মিঃ ব্ৰাউনৰ আৰ্হিত ৰচনা কৰা অৰ্থাৎ মূল ইংৰাজী ব্যাকৰণৰ আৰ্হি। মিঃ নিচলৰ 'গ্ৰামাৰ' খনো আনদুখনৰ দৰে ইংৰাজী ভাষাত ৰচনা কৰা। তেওঁ প্ৰথমতে Alphabet, Noun, Pronoun আদিৰ কথা আলোচনা কৰিছে। বেচি গুৰুত্ব আৰোপ কৰিছে Mood, Case, Conjugation আদিৰ ওপৰত। তেওঁৰ ব্যাকৰণখনৰ অসমীয়া উদাহৰণবোৰ ইংৰাজী হৰফেৰে লিখা। মি ৰবিঞ্চন আৰু মিঃ ব্ৰাউনৰ দৰে অসমীয়া আখৰেৰে নহয়। কিন্তু মিঃ নিচলৰ 'গ্ৰামাৰ' খনৰ বঙলা ব্যাকৰণ অংশৰ উদাহৰণবোৰ বঙলা আখৰেৰে লিখা।

উনবিংশ শতিকাত মিঃ উইলিয়ম ৰবিঞ্চন, ৰেভাৰেণ্ড নাথান ব্ৰাউন আৰু মিঃ জি এফ. নিচলে ৰচনা কৰা অসমীয়া ব্যাকৰণ কেইখনে এইদিশৰ আলোচনাৰ পথ মুকলি কৰিছিল। তেওঁলোকৰ 'গ্ৰামাৰ' কেইখনৰ আৰ্হি ইংৰাজী ব্যাকৰন আৰু ৰচনাও কৰিছিল ইংৰাজী ভাষাত। কিন্তু এই বিদেশী চাহাব তিনিজনাই ৰচনা কৰা 'গ্ৰামাৰ' কেইখনেই অসমীয়া ভাষাৰ ঐতিহ্যবিচাৰ আৰু স্বীকৃতিৰ মাইলৰ খুটি। এই তিনি গৰাকী বিদেশী চাহাবৰ ওচৰত অসমীয়া ভাষা ঋণী।

সাহিত্যৰথী হেমচন্দ্ৰ বৰুৱাই ৰচনা কৰা 'অসমীয়া ব্যাকৰণ' ( ১৮৫৯ খৃঃ, ১৭৮১ শক ) অসমীয়া ভাষাত ৰচনা কৰা প্ৰথম ব্যাকৰণ। সেই সময়ত অসমৰ পঢ়াশালী আৰু আদালতৰ ভাষা বঙলা। সেইবাবে হেমচন্দ্ৰ বৰুৱাৰ 'অসমীয়া ব্যাকৰণ'খনৰ সিমান প্ৰচলন আৰু প্ৰয়োজন নহল। তেওঁৰ প্ৰথম সংস্কৰণ ব্যাকৰণখনৰ সন্ধান আমি

কতো পোৱা নাই। ১৮৭২ খৃঃৰ পৰা অসমীয়া ভাষা শিক্ষাৰ মাধ্যম হোৱাৰ পিছৰে পৰা অসমীয়া ভাষাৰ পঢ়াশলীয়া পুথিৰ চাহিদা বাঢ়িল। তেতিয়া হেমচন্দ্ৰ বৰুৱাই তেওঁৰ 'অসমীয়া ব্যাকৰণ'খন পৰিবৰ্দ্ধিত আৰু সংশোধিত ৰূপত প্ৰকাশ কৰিলে। নতুন সংস্কৰণৰ 'অসমীয়া ব্যাকৰণ'ৰ পাতনিত হেমচন্দ্ৰ বৰুৱাই লিখিছে, 'এই ব্যাকৰণ প্ৰথমে ১৭৮১ শকত ছপোৱা হৈছিল। অসমীয়া ভাষাৰ ব্যাকৰণ ৰচনাৰ সেয়ে প্ৰথম উদ্যোগ, এতেকে সেই পুথিত ভালেমান অশুদ্ধ আছিল। যদিও পুথি প্ৰকাশিত হোৱাৰ অলপ দিনৰ পাচতে সেই অশুদ্ধ বিলাক লেখকৰ চকুত পৰিছিল, তথাপি তেতিয়া অসমীয়া ভাষাক বঙ্গালীৰ বিকৃতি বুলি অনেকে তাৰৈ হেলা কৰাত এই ব্যাকৰণ শুদ্ধ কৰি আকৌ ছপাবৰ আৱশ্যক দেখা নগল। এতিয়া ভাগ্যৰ গুণে বঙ্গদেশৰ ডুবলীয়া গৰাকী স্যাৰ জৰ্জ কেম্বেল চাহাবৰ অনুগ্ৰহত অসমীয়া ভাষা এই দেশৰ পঢ়াশালি আৰু ৰাজ সভাৰ কাৰ্য্যত চলিত হোৱাত তাৰ এখনি ভাল ব্যাকৰণ প্ৰয়োজন হৈছে, এতেকে ইয়াক পুনৰায় প্ৰকাশিত কৰা গ'ল। (১৮৭৩ খৃঃ, ১৭৯৫ শক)

হেমচন্দ্ৰ বৰুৱাৰ দ্বিতীয়খন ব্যাকৰণ 'অসমীয়া লৰাৰ ব্যাকৰণ' (১৮৮২ খৃঃ, পৃ ৮৯)। হেমচন্দ্ৰ বৰুৱাই তেওঁৰ প্ৰথমখন পুথি 'অসমীয়া ব্যাকৰণ'ত ব্যাকৰণ সম্বন্ধীয় সকলো কথাকে খৰচি মাৰি আলোচনা কৰিছে। হেমচন্দ্ৰ বৰুৱাৰ অসমীয়া ব্যাকৰণ সংস্কৃত ব্যাকৰণৰ আৰ্হিত ৰচনা কৰা। ব্যাকৰণ আৰু হেমকোষ ৰচনাৰে হেমচন্দ্ৰ বৰুৱাই অসমীয়া ভাষাৰ বৰভেটি ৰচনা কৰি গ'ল।

দীনবন্ধু তৰ্কালঙ্কাৰৰ 'অসমীয়া লৰাৰ ব্যাকৰণ (১৮৭৩ খৃঃ, ১৭৯৫ শক, পৃ ৪৯ মূল্য। ।০ চাৰিঅনা) সেই সময়তে ৰচনা কৰা আন এখন ব্যাকৰণ। 'অসমীয়া লৰাৰ ব্যাকৰণ'ৰ প্ৰকাশক গুণাভিৰাম বৰুয়া বাহাদুৰ। ভূমিকাত গুণাভিৰাম বড়ুয়া (শৰ্মা) বাহাদুৰে লিখিছিল "আমাৰ দেশৰ পঢ়াশালি বিলাকত অসমীয়া ভাষা শিক্ষাদিবলৈ সংক্ষেপ ব্যাকৰণ নোহোৱাত শ্ৰীযুত দীনবন্ধু তৰ্কালঙ্কাৰ মহাশয়ে এই ব্যাকৰণখানি ৰচনা কৰি তেওঁৰ ছাত্ৰবিলাকক শিক্ষা দিছিল। ইয়াক ময় পঢ়ি চালোঁ। সংস্কৃত ভাষাৰ ব্যাকৰণ অবলম্বন কৰি ইয়াক ৰচনা কৰা হলেও সেই ভাষাৰ নিয়ম আমাৰ ভাষাত যিমান চলিছে তিমানহে ইয়াত সংক্ষেপে আছে। আৰু আমাৰ অসমীয়া ব্যাকৰণত থাকিব লগীয়া প্ৰায় সকলো নিয়ম ইয়াত আছে। ইয়াৰ দ্বাৰা আমাৰ ভাষা শিকিবলৈ অনেক সাহায্য হব হেন আশা কৰি ময় বৰ সন্তোষ পাইছোঁ আৰু গ্ৰন্থকৰ্ত্তাৰ অভিপ্ৰায় অনুসাৰে ইয়াক মুদ্ৰিত কৰিলোঁ।"

১৮৭৭ খৃঃ লৈকে দীনবন্ধু তৰ্কালঙ্কাৰৰ 'অসমীয়া লৰাৰ ব্যাকৰণ'ৰ পঞ্চম সংস্কৰণলৈ ছপা হয়। পিছৰ সংস্কৰণত কিছু সাল-সলনি কৰা হয়। 'এই মুদ্ৰাঙ্কনত ইয়াক অনেক বৰ্দ্ধিত কৰা হ'ল' (চতুৰ্থ সংস্কৰণ)। দীনবন্ধু তৰ্কালঙ্কাৰ আছিল নগাওঁ নৰ্মাল স্কুলৰ প্ৰধান

শিক্ষক। তেওঁৰ ব্যাকৰণখনত ব্যাকৰণৰ আলোচনাৰ উপৰিও 'ছন্দ প্ৰকৰণ'ৰ কথাও আলোচনা কৰিছে।'

'আশুবোধ ব্যাকৰণ' নাৰায়ণ শৰ্মা বিদ্যাভূষণে ৰচনা কৰা আন এখন ব্যাকৰণ (২য় সংস্কৰণ, ১৮৮৭ খৃঃ, পৃ-৯৪)। নাৰায়ণ শৰ্মা বিদ্যাভূষণ গুৱাহাটী নৰ্মাল স্কুলৰ শিক্ষক।

সত্যনাথ বৰাৰ 'অসমীয়া ভাষাৰ বহল ব্যাকৰণ' প্ৰথম প্ৰকাশ হয় ১৯২৫ খৃঃ ত। 'বহল ব্যাকৰণ'ৰ পাতনিত বৰা ডাঙৰীয়াই লিখিছে, "ব্যাকৰণ নপঢ়িলে এজন ইংৰাজ বা জাপানীয়ে বঙ্গলা বা অসমীয়া ভাষা শিকিব নোৱাৰে। এইকথা সবোগত কৰি বহল ব্যাকৰণ লিখা হৈছে। অৰ্থাৎ বহল ব্যাকৰণ কেৱল অসমীয়া লৰাৰ নিমিত্তে লিখা হোৱা নাই, ভিন জাতিৰ মানুহেও যেন ইয়াক পঢ়ি অসমীয়া ভাষাৰ সকলো তত্ত্ব অবগত হব পাৰে, তালৈ চকু ৰাখিহে লিখা হৈছে।"

'বহল ব্যাকৰণ' সংস্কৃত ব্যাকৰণৰ আৰ্হিতে ৰচনা কৰা হৈছে যদিও বৰা ডাঙৰীযাই তেওঁৰ ব্যাকৰণত সংস্কৃত ব্যাকৰণৰ লগত থকা অমিলসমূহ ফঁহিয়াই দেখুৱাইছে।

কালিৰাম মেধিৰ 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' (১৯৩৬ খৃঃ) ৫৩৯ পৃষ্ঠাৰ এখন বৃহৎ কলেবৰৰ গ্ৰন্থ। মূল গ্ৰন্থৰ উপৰিও ইংৰাজীত লিখা ১২৫ পৃষ্ঠাৰ Introduction আন এখন স্বকীয়া পুথি সদৃশ। অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্বৰ পাতনিত মেধি ডাঙৰীযাই উত্তৰ সাধক স্বৰূপে পূৰ্বৰ ব্যাকৰণ ৰচকসকলৰ কথা স্মৰণ কৰিছে। অৱশ্যে তেওঁ প্ৰথম অসমীয়া ব্যাকৰণ ৰচক মিঃ উইলিয়ম ৰবিঞ্চন আৰু দীনবন্ধু তৰ্কালঙ্কাৰৰ ব্যাকৰণৰ কথা উল্লেখ কৰা নাই। তেওঁ লিখিছে 'There are several Assamese grammars in current use in the schools But some of them are like Sanskrit grammars more or less written apparently in imitation of Bengali works The first real Assamese grammar, though in an elementary form, was composed by Rev N. Brown of the American Mission. The late Pandit Narayan Candra Vidyabhusana also attempted to write such a grammar. The best work of the kind is the Bahal Vyakarana of the late Assamese Scholar S. N. Bora B. L The other grammars generally deal unnecessarily with rules of Sanskrit sandhi, Sanskrit suffixes and Sanskrit compounds, but omit a few of the Assamese grammatical forms. In making this remark I must not be understood in any way, to underrate their intrinsic worth. I myself derived much benefit from them as I must frankly admit.

মেধি ডাঙৰীয়াৰ ব্যাকৰণৰ দীঘলীয়া Introduction ত প্ৰথমতে আলোচনা কৰিছে অসমীয়া ভাষাৰ উৎপত্তিৰ কথা Origin of the Assamese Language. প্ৰথম অধ্যায়ত অসমীয়া ভাষাৰ উৎপত্তিৰ কথা তুলনামূলকভাবে বহলাই আলোচনা কৰিছে। Different elements in Assamese শীৰ্ষক দ্বিতীয় অধ্যায়ত Sanskrit, Pre-Vedic, Vedic Prākrtic, the Tibeto Burman and Taic, Dravidian Austro Asiatic আৰু Islamic Elementsৰ কথা তথ্যপূৰ্ণভাবে বহলাই আলোচনা কৰিছে। তৃতীয় অধ্যায়ৰ আলোচনাৰ বিষয় অসমীয়া সাহিত্য Assamese Literature। তৃতীয় অধ্যাযত গীতি যুগৰ পৰা উনবিংশ শতিকালৈকে অসমীয়া সাহিত্যৰ চম্ খতিয়ান দাঙি ধৰিছে।

মেধি ডাঙৰীয়াৰ বিস্তৃত অধ্যযন আৰু সুদীৰ্ঘ বছৰ গবেষণাৰ ফল 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব'। মেধি এগৰাকী বিজ্ঞানৰ ছাত্ৰ, পদাৰ্থ বিজ্ঞানৰ এম. এ., আনহাতে প্ৰশাসনীয় চৰকাৰী চাকৰিৰ গধুৰ দায়িত্ব। প্ৰতিকুল পৰিবেশৰ মাজতো মেধি ডাঙৰীয়াই সুদীৰ্ঘ বাৰ বছৰ কালৰ গবেষণাৰ ফলস্বৰূপে ৰচনা কৰিলে এনে এখন বৃহৎ কলেবৰৰ ভাষাতত্ত্ব আৰু ব্যাকৰণ সম্বন্ধীয় পুথি।

পুথিখনিৰ প্ৰথম অধ্যায়ৰ আলোচনাৰ বিষয় বৰ্ণ প্ৰকৰণ। পিছৰ অধ্যায়সমূহৰ আলোচনাৰ বিষয় শব্দ, লিঙ্গ, বচন, বিভক্তি, শব্দৰূপ, কাৰক, বিশেষ্য, বিশেষণ, সৰ্বনাম, ক্ৰিয়া, ক্ৰিয়াবিশেষণ ক্ৰিয়াৰ ৰূপৰ কাল, বাচ্য, ধাতুৰূপ, অব্যয়, প্ৰত্যয়, সমাস। বহল ব্যাখ্যা তুলনামূলক আলোচনা বিবিধ উদাহৰণেৰে 'অসমীযা ব্যাকৰণ আৰু ভাষাতত্ত্ব' গ্ৰন্থ অসমীয়া সাহিত্যৰ এখন মূল্যবান গ্ৰন্থ হৈ পৰিছে। নিসন্দেহে মেধি ডাঙৰীয়াৰ 'অসমীযা ব্যাকৰণ আৰু ভাষাতত্ত্ব' যিকোনো গবেষণা গ্ৰন্থৰ উৰ্দ্ধত।

লক্ষ্মীনাথ বেজবৰুৱাই 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' সম্পৰ্কে জয়ন্তীত লিখিছিল (১৯৩৮, ২ জানুৱাৰী)

"কিতাপখনৰ প্ৰত্যেক পাততে গ্ৰন্থকাৰৰ পাণ্ডিত্য ফুটি ওলাইছে। ইংৰাজীত লিখা Introduction ডোখৰ বহুমূলীয়া সমল। তাৰ পৰা শিকিবলৈ আৰু জানিবলৈ আৰু জানি থকা জ্ঞান শলাই লবলৈ বিস্তৰ বস্তু পোৱা যায়। মই পঢ়ি গৈ থাকোতে মেধি ডাঙৰীয়াৰ প্ৰতি মোৰ অন্তৰৰ পৰা ওলোৱা শলাগৰ ধাৰ ছিগা নাছিল। Introduction আৰু পিছৰ কিতাপৰ গাৰ আচল বস্তু অসমীয়াত লিখা ব্যাকৰণৰ অংশতো গ্ৰন্থকাৰে তেওঁৰ পাণ্ডিত্যৰ প্ৰচুৰ চিনাকী দিছে। কোনো কোনো ঠাইত অৱশ্যে তেওঁৰ সৈতে মোৰ মতৰ মিল হোৱা নাই; সেইটো নকলেও হব। তথাপি তেওঁৰ ব্যাখ্যা উদাহৰণ আৰু গবেষণাই তেওঁৰ লেখাৰ ফালে মোৰ গভীৰ শ্ৰদ্ধা আকৰ্ষণ কৰিছে। বাস্তবিকতে

অসমীয়া ভাষাতত্ব আৰু ব্যাকৰণ সম্পৰ্কে গ্ৰন্থকাৰৰ এই কীৰ্তি ইংৰাজীতে কবলৈ গলে monumental, এইখন যে লেখত লবলগীয়া এখন গ্ৰন্থ তাত সন্দেহ নাই।'

দেবানন্দ ভৰালীয়ে 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ব' গ্ৰন্থ সম্পৰ্কে 'অসম সাহিত্য সভা পত্ৰিকা' ( ৭ম বছৰ, ৪ৰ্থ সংখ্যা, ১৯৩৮) এটি সমালোচনা লিখিছিল। ভৰালীৰ দীঘলীয়া আলোচনাত প্ৰথমতে মেধিৰ প্ৰচেষ্টাক ওলগনি জনাই পিছত পুথিখনৰ পৰস্পৰ বিৰোধী মন্তব্যসমূহৰ প্ৰতি আঙুলিয়াই লগতে আন আন দোষ-ত্ৰুটিসমূহৰ কথা বহলাই সমালোচনা কৰিছিল। ভৰালীৰ সমালোচনাৰ উত্তৰ স্বৰূপে বিশ্বৰ প্ৰথিতযশা ভাষাবিদসকলে 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ব' সম্পৰ্কে দিয়া মন্তব্যসমূহ দাঙি ধৰে।

পুথিখনিৰ বিষয়ে বিশ্বৰ বিভিন্ন আলোচনীত সমালোচনা কৰা পণ্ডিত মণ্ডলীৰ ভিতৰত আছে Dr. S. M. Katre, Oriental Literary Digest (Vol. I, No. 9), Mr. Jules Bloch, Bulletin of the Linguistic Society of Parish ( Vol. 38), Col. P. R. T. Gurdon, Journal of the Royal Asiatic Society, Mr. S C. Roy, Man in India (Vol. XVIII, No I), K. L. Barua, Journal of the Assam Research Society (Vol. IV, No 3) Sir E. A Gait, Dr J H Hutton, Dr. R. L. Turner, Director of School of Oriental Studies, London.

আমি পূৰ্বতে উল্লেখ কৰিছোঁ, মেধি ভাঙৰীয়া বিজ্ঞানৰহে ছাত্ৰ। ভাষা বিজ্ঞানৰ তেওঁ পঢ়াশলীয়া ছাত্ৰ নাছিল, সেই বিষয়ে প্ৰণালীবদ্ধভাবে প্ৰশিক্ষণ লাভ কৰাও নাছিল। ডক্টৰ এছ. এম. কাট্ৰেৰ আলোচনাত মেধিৰ গ্ৰন্থত থকা তেনেধৰণৰ দুই এটা আঁসোৱাহৰ প্ৰতি আঙুলিয়াইছে।

The present work is due to the labours of a busy civil servant in the midst of his manifold official activities and as such is a monument to the industry and application of a bygone generation of civilians .... .

.... The usefulness of the book is beyond question as it is a careful collection of all available Assamese material but is limited by the author's own admission of his ignorance of modern research in Indo Aryan Linguistics. The documentation in the Introduction shows that the author has spent the best part of his life with the older generation of scholars......Despite these limitations and lack of proper training on the part of the author this work has a unique value on two counts at least—(a) it is the most comprehensive descriptive grammar of Assamese upto now published and it is the sincerest effort of pure selfless love accomplished under difficult circumstances. We congratulate the

author on the first count and offer him our unstinted homage on the second. Such selfles work in the cause of the motherland is worth its weight in gold inspite of other limitations."

বুৰঞ্জীবিদ চাৰ এডবাৰ্ড গেইটে পুথিখনৰ বিষয়ে মেধিলৈ লিখা চিঠিত লিখিছিল "I will only say that it is evident that you have devoted immense labour to your task and have produced a very valuable work. I only wish such a book had been in existence when I went to Assam."

মেধি ডাঙৰীয়াৰ গ্ৰন্থৰ বিভিন্ন দিশে বিভিন্ন পণ্ডিতৰ দৃষ্টি আকৰ্ষণ কৰিছিল। লণ্ডনৰ স্কুল অৱ অৰিয়েণ্টাল ষ্টাডিজৰ সঞ্চালক, সংস্কৃতৰ অধ্যাপক ডক্টৰ আৰ. এল. টাৰ্ণাৰে লিখিছিল "I have been reading it with the greatest interest and in particular making notes of a number of etymologies suggested. I have for many years been engaged in preparing an etymological dictionary of the Indo Aryan Languages."

ভাষাবিদ মিঃ জুলচ ব্লোচে লিখিছিল "Most of the volume is covered by the grammar, which is in Assamese, but the clarity of the plan and the fact that the words cited as examples are translated into English, make the consultation of the work sufficiently easy. Each series of facts is followed by a derivation which can be accepted without any liability."

**অঙ্কাৱলী ॥**

কালিৰাম মেধি সম্পাদিত 'অঙ্কাৱলী প্ৰথম ভাগ' ( ১৯৫০ ) তেওঁৰ সাহিত্য সাধনাৰ আন এটি কীৰ্তিস্তম্ভ। ১৮৭৫ খৃঃত প্ৰথমতে প্ৰকাশ হৈছিল শ্ৰীশঙ্কৰদেৱৰ 'ৰুক্মিণীহৰণ নাট'। ঊনবিংশ শতিকাত প্ৰকাশিত অঙ্কীয়া নাটৰ সংখ্যা সৰহ নহয়।

'অঙ্কাৱলী প্ৰথম ভাগ' মেধি ডাঙৰীয়াৰ জীৱন জোৰা সাধনাৰ ফল বুলি কলে ভুল কোৱা নহব। 'অঙ্কাৱলী' প্ৰথম ভাগত প্ৰকাশিত নাটসমূহৰ ভিতৰত শ্ৰীশঙ্কৰদেৱৰ কালিদমন, পত্নীপ্ৰসাদ, কেলি গোপাল, ৰুক্মিণীহৰণ, পাৰিজাত হৰণ, শ্ৰীৰাম বিজয় নাট, শ্ৰীমাধৱদেৱৰ অৰ্জুন ভঞ্জন যাত্ৰা, চোৰধৰা ঝুমুৰা, পিম্পৰা গুচুৱা ঝুমুৰা, ভোজন বিহাৰ, ব্ৰহ্মামোহন ঝুমুৰা, ৰাস ঝুমুৰা, ভূষণ হৰণ ঝুমুৰা, কোটোৰা খেলা ঝুমুৰা, গোপাল আতাৰ জন্মযাত্ৰা, জন্মযাত্ৰাৰ নন্দোৎসব, গোপী উদ্ধৱ সম্বাদ নাট, ৰামচৰণ ঠাকুৰৰ কংস বধ, দ্বিজ ভূষণৰ অজামিল উপাখ্যান নাট, দৈত্যাৰি ঠাকুৰৰ নৃসিংহ যাত্ৰা, স্যমন্ত হৰণ যাত্ৰা। অঙ্কাৱলী প্ৰথম ভাগত প্ৰকাশিত নাট একুৰি এখন।

'অঙ্কাৱলী' প্ৰথম ভাগত প্ৰকাশিত নাটকবাজিৰ উপৰিও তেওঁ আৰু ভালেমান শাঁচিপতীয়া নাট সংগ্ৰহ কৰিছিল। কিছুমানৰ প্ৰতিলিপিও কৰিছিল। সংগৃহীত নাটকবাজিৰ ভিতৰত আছে ভীষ্ম নিৰ্য্যাতন, সিন্ধুৰা যাত্ৰা, শতকন্দ বধ, বলিচলন নাট, অমৃত মন্থন নাট, পুতনা বধ, কুমাৰহৰণ নাট, সীতাহৰণ নাট, দুৰ্বাসা ভোজন, জৰাসন্ধ বধ, সম্বাসুৰ বধ, প্ৰলম্বাসুৰ বধ, সুভদ্ৰাহৰণ, শতস্কন্ধ বধ, স্যমন্ত হৰণ, ভূমি লুটিয়া নবনু খায়া, দধিমথন, কেটোৰা খেলা আৰু ব্ৰহ্মমোহন নাট। পিছৰ নাটকবাজি সম্পাদনা কৰি প্ৰকাশ কৰিবলৈ সময় নহল।

অঙ্কাৱলী প্ৰথম ভাগত কালিৰাম মেধিয়ে ইংৰাজীত লিখা ১১১ পৃষ্ঠাৰ Introduction এখন স্বকীয়া গবেষণা গ্ৰন্থ স্বৰূপ। Introduction ত অঙ্কীয়া নাট সম্বন্ধে আলোচনা কৰিব লগীয়া সকলো কথাকে চালিজাৰি বিজ্ঞান সন্মতভাবে আলোচনা কৰিছে। Introduction ত কৰা মেধি ডাঙৰীয়াৰ আলোচনা নিসন্দেহে যিকোনো গবেষণা গ্ৰন্থৰ উৰ্দ্ধত।

Introduction ৰ দীঘলীয়া আলোচনাৰ আলোচিত বিষয়সমূহ হ'ল—'অঙ্ক আৰু নাট শব্দৰ আতিগুৰি, লোকগীত, লোকনৃত্য, ঢুলীয়া নাচ, ভাৱৰীয়া অনুষ্ঠান, ওজাপালী অনুষ্ঠান, দেওধানী নাচ, পুতলা নাচ, দ্বিতীয় ভাগত সংস্কৃত নাটকৰ লগত মিল আৰু অমিলৰ কথা আলোচনা কৰিছে। তৃতীয় ভাগৰ আলোচনাৰ বিষয় অঙ্কীয়া নাটৰ শ্ৰেণীবিভাগ, গীত নৃত্য, অসমীয়া ভাওনা, আৰু ভাওনাৰ সমল আদিৰ কথা বহলাই আলোচনা কৰিছে পিছৰ ভাগবোৰত। মেধি ডাঙৰীয়াই অঙ্কীয়া নাটৰ উৎপত্তি, লক্ষণ, বৈশিষ্ট্য আদিৰ বিষয়ে সকলো কথাকে তথ্যপূৰ্ণ ভাবে আলোচনা কৰিছে। অঙ্কীযা নাট সম্পৰ্কীয কোনো কথাই তেওঁৰ আলোচনাৰ পৰা বাদপৰা নাই।

শ্ৰীশঙ্কৰদেৱ, শ্ৰীমাধৱদেৱ, গোপাল আতা, ৰামচৰণ ঠাকুৰ, দ্বিজ ভূষণ, দৈত্যাৰী ঠাকুৰৰ জীৱনৰ পৰিচয় আৰু অঙ্কীয়া নাটৰাজিৰ আলোচনা পুথিখনিৰ অন্যতম বৈশিষ্ট্য। অঙ্কীযা নাটক ৰাজিৰ মূল বিচাৰ আৰু ঐতিহ্য বিচাৰে অঙ্কাৱলীৰ সৌষ্ঠৱ বঢাইছে। নাটসমূহৰ মূল পাঠ নিৰ্ণয়ৰ ক্ষেত্ৰত মেধি ডাঙৰীয়াই যত্নৰ ত্ৰুটি কৰা নাই।

Origin of the Assamese Drama অঙ্কীয়া নাট সম্পৰ্কে লিখা এটা মূল্যবান প্ৰবন্ধ। উক্ত প্ৰবন্ধ আৰু অঙ্কাৱলীৰ Introduction একেই বিষয় বস্তু আৰু ভাষাও প্ৰায়ে একে। প্ৰবন্ধটো গুৱাহাটী বিশ্ববিদ্যালয় প্ৰকাশিত Aspects of Early Assamese Literatureৰ অন্তভূক্ত। প্ৰাচীন অসমীয়া সাহিত্যৰ বিভিন্ন দিশৰ প্ৰতি লক্ষ্যৰাখি গুৱাহাটী বিশ্ববিদ্যালয়ে উক্ত গ্ৰন্থ প্ৰণয়ন কৰিবলৈ স্থিৰ কৰিছিল।

"A committee was appointed by the Executive Council of the Gauhati University to compile a collection of studies on various aspects of

Assamese Literature. The Committee at each meeting held on 21 9 49 under the presidency of the Honble. Vice Chancellor decided that the first volume should contain comprehensive articles on various aspects of Old Assamese Literature.

It was decided to distribute the subjects and the writers as follows—

Dr B. K Kakati was appointed General Editor
Formation of Assamese Language —Dr. B. K. Kakati.
Assamese Literature Before Sankardev—U. C. Lekharu.
Sankardev and His Works —Dr B K. Kakati.
Madhavdeva and His Works—T. N Sarma.
Ramasaraswati and His Works—J. Sarma.
Assamese Ramayana and Mahabharatas—M Neog.
Assamese Versions of Purans—S N. Sarma.
Assamese Versions of Gitagovinda - S N Sarma & Dr. B. K. Barua.
Early Assamese Drama—K R. Medhi
Early Assamese Prose—Dr B. K. Barua
Assamese Literature at the Ahom s Court—Dr. S K. Bhuyan.

মেধি ডাঙৰীয়াক প্ৰস্তাবিত বিষয়ৰ ওপৰত প্ৰবন্ধ লিখি ৩০ নবেম্বৰ ১৯৪৯ৰ পূৰ্বতে দিবলৈ অনুৰোধ জনোৱা হয় (২৯ ৯ ১৯৪৯ )।

১৯৫৩ খৃঃত গ্ৰন্থখন প্ৰকাশ হয়। গ্ৰন্থখনৰ পাণ্ডুলিপি ডক্টৰ বাণীকান্ত কাকতিয়ে মৃত্যুৰ পূৰ্বতে ঠিক কৰি দি যায়। কিন্তু ছপাৰূপত দেখা নাপালে। ১৯৫২ খৃঃৰ ১৪ নবেম্বৰত ডক্টৰ কাকতিৰ মৃত্যু হয়।

Aspects of Early Assamese Literatureৰ বিষয়বোৰ পিছত অলপ সাল-সলনি হয়। প্ৰকাশিত গ্ৰন্থত প্ৰাক শঙ্কৰী যুগৰ সাহিত্যৰ বিষয়ে ডক্টৰ মহেশ্বৰ নেওগে, শঙ্কৰদেৱৰ সাহিত্য সম্পৰ্কে ডক্টৰ বিৰিঞ্চি কুমাৰ বৰুৱাই, অসমীয়া ৰামায়ণ আৰু মহাভাৰত সম্পৰ্কে উপেন্দ্ৰ চন্দ্ৰ লেখাৰুৱে লিখিলে।

Assamese Literature at the Ahom's Court শীৰ্ষক ডক্টৰ সূৰ্য্য কুমাৰ ভূঞাৰ হতুৱাই লিখিবলৈ স্থিৰ কৰা প্ৰবন্ধটো কিয় বাদ পৰিল জনা নাযায়। মেধিৰ প্ৰবন্ধটোত Early Assamese Drama নিলিখি Origin of the Assamese Drama কৰা হয়।

মেধিৰ Origin of the Assamese Dramaত অঙ্কাৱলীৰ Introductionত থকা বিস্তৃত আলোচনা ঠায়ে ঠায়ে কিছু চমু কৰিছে। প্ৰাচীন অসমীয়া নাট্য সাহিত্য আৰু

নাট্যকলা সম্পৰ্কে এইটো এটা তথ্য গধুৰ মূল্যবান প্ৰবন্ধ। আলোচনাত প্ৰাচীন অসমীয়া নাট্য সাহিত্য সম্পৰ্কীয় কোনো কথাই বাদ পৰা নাই। উক্ত ৰচনাসমূহত প্ৰাচীন অসমীয়া নাট্য সাহিত্য সম্পৰ্কে মেধি ডাঙৰীয়াই দিয়া মন্তব্য আৰু সিদ্ধান্তসমূহ এক প্ৰকাৰ শিলৰ ৰেখাৰ দৰে।

মেধিয়ে আলোচনাত নাটক আৰু নাট্য ৰীতিৰ উপৰিও অভিনয়ত ব্যৱহাৰ কৰা আ-অলঙ্কাৰ, সাজ-পোছাক আৰু মুখা আদিৰ কথাও উল্লেখ কৰিছে—

"The garment is peculiar. The Sutradhara wears a long flowing gown reaching down the heels, a bodice covering the bust and a high turban or crown on the head......

Faces of actors are painted. This follows closely the Indian tradition. Four paints, viz hingul (red lead), haital (yellow orpiment), nila (indigo) and dhal (chalk) are used for the purpose and different shades and hues are made by their admixture."

মেধি ডাঙৰীয়াৰ ভালে কেইটি গৱেষণামূলক ইংৰাজী প্ৰবন্ধ The Journal of the Assam Research Society ত প্ৰকাশ হৈছিল। প্ৰকাশিত প্ৰবন্ধসমূহৰ ভিতৰত The Kalitas (Vol. III, No. 3, 1935), Late Rai Bahadur K. L. Barua (Vol. VIII, 1941), The Brajavali Literature of Assam (Vol. VIII. 1941), Philosophic Aspects of the Assam Brajavali Literature (Vol. IX, 1942), The Brajavali Literature of Assam—Bhakti (Vol. IX, 1942).

The Kalitas প্ৰবন্ধত মেধি ডাঙৰীয়াই অসমৰ প্ৰাচীন অধিবাসী আৰ্য্যবংশধৰ কলিতা সকলৰ কথা কেবাটা দিশ সামৰি খৰচি মাৰি আলোচনা কৰিছে।

Brajavali সাহিত্য সম্পৰ্কে লিখা দীঘলীয়া প্ৰবন্ধত ব্ৰজবুলি সাহিত্যৰ উৎপত্তিৰ পৰিচয় দি অসমৰ ব্ৰজবুলি সাহিত্যৰ কথা খৰচি মাৰি আলোচনা কৰিছে।

## প্ৰহ্লাদ চৰিত্ৰ ॥

হেম সৰস্বতীৰ 'প্ৰহ্লাদ চৰিত্ৰ' কালিৰাম মেধি সম্পাদিত প্ৰথম পুথি (১৯১২ খৃঃ পৃঃ ১৯)। মেধি সেই সময়ত গাৰো পাহাৰৰ ডুবাত ই. এ. চি.। পাতনিত মেধিয়ে হেম সৰস্বতী আৰু পৃষ্ঠপোষকতা লাভ কৰা ৰজা দুৰ্লভ নাৰায়ণৰ কাল সম্বন্ধে আলোচনা কৰিছে "দুৰ্লভ নাৰায়ণৰ সময়ে হেম সৰস্বতীৰো সময়। এওঁ শঙ্কৰদেৱৰ চাৰি পুৰুষৰ আগৰ কবি। এওঁ হৰ্গাবৰ আৰু মাধৱ কন্দলিতো আগ। মাধৱ কন্দলি খৃষ্টীয় চতুৰ্দশ শতাব্দীৰ আৰু দুৰ্গাবৰ বিশ্বসিংহ ৰাজাৰ দিনৰ কবি। পুৰুষোত্তম গজপতিৰ সময় সম্বন্ধে বহুতৰ বহু মত।

কিন্তু হেম সৰস্বতী পুৰুষোত্তম গজ-পতিত কবি আগৰ কবি বুলি আমাৰ বিশ্বাস। এতিয়াক লাগি যি জনা গইছে তাৰ ভিতৰত তাক আসামৰ প্ৰথম আৰু হেম সৰস্বতী দ্বিতীয় কবি।"

প্ৰহ্লাদ চৰিত্ৰৰ ভাষা সম্বন্ধে আলোচনা কৰি লিখিছে—"কবিৰ ভাষা সংস্কৃতমূলক কিন্তু বৰ্ণবিন্যাস সম্পূৰ্ণ প্ৰাকৃতিক। জোজন, য়েক, মঞি আদি শব্দৰ বৰ্ণ বিন্যাসেই তাৰ প্ৰমাণ। অমৃতে ইয়াত যে নকল কাৰকৰ হাত নাই এনে কথা আমি কৰা নাই, কিন্তু নকল কাৰকৰো যে প্ৰাকৃত আৰ্হি আছিল ইও এটা প্ৰাচীনত্বৰ প্ৰমাণ। শেষৰকালৰ অৰ্থাৎ মাধব কন্দলি, দুৰ্গাবৰ আৰু শঙ্কৰদেৱৰ কালৰ মৈথিলী আদৰ্শ – যেনে হি, হু, নাহু, পহু, লাই, কেৰি আদিৰ অত্যধিক প্ৰয়োগ—প্ৰহ্লাদ চৰিত্ৰত সমূলি নাই। কিন্তু মৈথিলী প্ৰভাৱ নাথাকিলেও উড়িয়া প্ৰভাৱ যেনে আৰু তাৰু ইত্যাদি পূৰ্ণমাত্ৰায় ইয়াত দেখা যায়। আৰু উড়িয়া চিন সেইকালত থাকাও উচিত, কিয়নো আসাম আৰু উৰিষ্যাৰ আৰ্য্যসন্তান, কলিতা সকল আদিতে একেলগে আছিল বুলি মানিবৰ বিশেষ কাৰণ আছে।"

প্ৰহ্লাদ চৰিত্ৰৰ পাতনিত মেধি ডাঙৰীয়াই হেম সৰস্বতীৰ সময়, ভাষা আৰু প্ৰহ্লাদ চৰিত পুথিখনৰ কথা থুলমূলকৈ আলোচনা কৰিছে।

**মহাপুৰুষ শঙ্কৰদেৱৰ বাণী** কালিৰাম মেধি সংগৃহীত এখনি ৩৪৬ পৃষ্ঠাৰ পুথি (১৯৪৯)। মেধি ডাঙৰীয়াই শ্ৰীশঙ্কৰদেৱৰ বিভিন্ন পুথিৰ পৰা মূল্যবান বাণীসমূহ সংগ্ৰহ কৰি পুথিৰ আকাৰত ছপা কৰিছে। পুথিখনিৰ আদিতে শ্ৰীশঙ্কৰদেৱৰ বাণীসমূহৰ চমু পৰিচয় দি বাণীসমূহ বুজাত সহায় কৰিছে। পৃথিবীৰ আন আন মহাপুৰুষসকলৰ বাণীৰ ভেটিত সংকলিত নানান পুথি পোৱা যায়। অসমীয়া সাহিত্যত তেনে পুথি নাই বুলিলেই হয়। মেধি ডাঙৰীয়া সংগৃহীত পুথিখনিয়ে সেই অভাৱ পূৰণ কৰিব পাৰিছে। পৰিশিষ্টত বৈষ্ণৱ ধৰ্ম, ভাগৱতী ধৰ্ম, একশৰণ ধৰ্মৰ কথা শ্ৰীশঙ্কৰদেৱৰ বাণীৰ মাধ্যমেৰে ফহিয়াই চাইছে।

**অপ্ৰকাশিত ৰচনা ॥**

কালিৰাম মেধিৰ অপ্ৰকাশিত ৰচনাৰ সংখ্যা সৰহ নহয় যদিও ভালে কেইখন মূল্যবান গ্ৰন্থৰ পাণ্ডুলিপি পোৱা গৈছে। 'অসমীয়া প্ৰাথমিক প্ৰকৃতি বিজ্ঞান' (Elementary Physics in Assamese) ১৯৩৬-৩৭ খৃঃতে ৰচনা কৰা ২২২ পৃষ্ঠাৰ গ্ৰন্থখনি এতিয়াও পাণ্ডুলিপি অৱস্থাতে আছে। মেধি আছিল পদাৰ্থ বিজ্ঞানৰ ছাত্ৰ। সেইবাবে জীৱনৰ ভাটি বয়সত এই পদাৰ্থ বিজ্ঞানৰ পুথিখন ৰচনা কৰিছিল।

মেধি ডাঙৰীয়াৰ পাণ্ডুলিপিতে হেৰুৱা এখন পুথি 'বীজগণিত'। ১৯৩৬-৩৭ খৃঃতে ৰচনা কৰা বীজগণিতখন হেনো শিক্ষা বিভাগৰ সঞ্চালক (D. P. I.) লৈ পঠিয়াইছিল।

সম্ভৱতঃ পাঠ্যপুথি স্বৰূপে স্বীকৃতি লাভৰ বাবে। স্বীকৃতি লাভ কৰা দূৰৰ কথা পুথিখন পাণ্ডুলিপিতে হেৰাই থাকিল।

**অসমীয়া ভাষাৰ মূল** কালিৰাম মেধিৰ আন এখন অপ্ৰকাশিত পুথি। পুথিখন গোৱালপাৰাত থাকোতে ১৯১৮ খৃঃ ১৯ নবেম্বৰত সম্পূৰ্ণ কৰিছিল। ৫২ পৃষ্ঠাৰ এই সৰু পুথিখনিত মেধি ডাঙৰীয়াই তথ্যপূৰ্ণভাবে অসমীয়া ভাষাৰ আদিমূলৰ কথা আৰু ঐতিহ্য বিচাৰ কৰিছে। গ্ৰন্থখনিৰ আদিতে অসমৰ আৰ্য্য বসতিৰ কথা লিখিছে—"আমি অনুমান কৰিছোঁ যে অসমৰ আৰ্য্য উপনিবেশ বৈদিক যুগৰ পৰা আৰম্ভ হৈছিল। আৰু সেই সময়ৰ পৰাই যে বৈদিক ভাষা আসামত চলিছিল তাক ভাবিবৰ বহুত কাৰণ আছে। পৰবৰ্তী কালত চুটীয়া, কছাৰী, কোচ আদি জাতি আসামত আধিপত্য বিস্তাৰ কৰিলেও তেওঁলোকে আসামৰ আৰ্য্য সভ্যতাৰ ওচৰত মূৰ দোৱাই আৰ্য্য ভাষা আৰু ধৰ্ম গ্ৰহণ কৰিবলৈ বাধ্য হৈছিল। আসামৰ প্ৰবল প্ৰতাপী আহোম ৰাজপুৰুষসকলেও তেওঁলোকৰ নিজ ভাষা এৰি দি সেইদৰে আসামৰ আৰ্য্য ভাষা আৰু ধৰ্ম গ্ৰহণ কৰিছিল।"

আৰ্য্য বসতিৰ কথা আলোচনা প্ৰসঙ্গত ভাষাতত্ত্ববিদ ডেল্টন, ওৱেব, মেক্সমূলাৰ প্ৰভৃতি পণ্ডিতসকলৰ উক্তি দি আলোচনা কৰিছে। অসমৰ আৰ্য্য বসতিৰ কথা আলোচনা কৰি তেওঁ অসমীয়া ভাষাৰ আদি মূলৰ কথাও আলোচনা কৰিছে।

"অপভ্ৰংশ কেনেকৈ নামিছে আমি ওপৰত কৈ আহিছোঁ। এতিয়া আমি দেখুৱাম যে অসমীয়া ভাষা এই নিয়মৰ অধীনত থাকি অতি প্ৰাচীন কালৰ আৰ্য্য ভাষাৰ পৰা নামি আহিছে। আমাৰ ভাষা সংস্কৃতৰ পৰা নহয়, বৈদিক প্ৰাকৃতৰ পৰা নামিছে। পাঠকসকলৰ অৱগতিৰ নিমিত্তে অতি নিৰস কথা হলেও তাৰ যুক্তি আমি তলত দিলোঁ।—

(ক) কিছুমান ঘৰুৱা শব্দ সংস্কৃতত নাই, সম্ভৱতঃ ভাৰতৰ আন জীৱিত ভাষাতো নাই, কিন্তু বৈদিক ভাষাত পোৱা যায়। যেনে,

পিঠি—বৈ. পৃষ্ঠি = back যজুৰ্বেদ ২০।৭

জাৰ—( যেনে তেলজাৰ ) বৈ. জৰতি = to invoke ঋক ১।২।২

বন—বৈ. সবনাম = work ঋক ১।৩।২

সদাই—বৈ সম্ভিত = always ঋক ১।৫।৯

অপ্ৰকাশিত 'অসমীয়া ভাষা' কালিৰাম মেধিৰ 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ত্ব' গ্ৰন্থৰ পূৰ্বৰ ৰচনা।

এখন বহীত মেধি ডাঙৰীয়াই লিখা 'মাতৃ, বন্ধু, কৰ্ত্তব্য, ধাই', শশধৰৰ কথা নামৰ অপ্ৰকাশিত ৰচনা পোৱা গৈছে। ইয়াৰে কেইটিমান গল্প,কাহিনী। 'ৰবৰকৰা আৰু কাকিয়াল' নামৰ এখন নাটিকাও পোৱা গৈছে। কিছুমান ৰচনা অসম্পূৰ্ণ, কিছুমান লেপথেপকৈ লিখা।

'স্মৃতি, ভাবনা একোটা, প্ৰাৰ্থনা, ফুলৰ অঞ্জলি, কেতেকী, কুঞ্জবন, পুষ্পাঞ্জলী' প্ৰভৃতি মেধি ৰচিত অপ্ৰকাশিত কবিতা। কবিতাবাজি মাজ বয়সত ৰচনা কৰা। কাৰ্য্যবশতঃ চহৰৰ পৰা আঁতৰি ৰুকিৰগঞ্জ, তুলসীপাৰা প্ৰভৃতি ঠাইৰ ডাক বঙ্গলাত বাস কৰোতে নিৰ্জন পৰিবেশত কবিতাবাজি ৰচনা কৰিছিল। কবিতাবাজিৰ মাজত ঠায়ে ঠায়ে সুন্দৰ প্ৰাকৃতিক বৰ্ণনা পোৱা যায়। কিছুমান কবিতাত ৰোমাণ্টিক প্ৰেমৰ উশাসো নথকা নহয়। কবিতাবাজি ১৯১৯-২০ খৃঃৰ ভিতৰত ৰচনা কৰা। কালিৰাম মেধিৰ নিচিনা এজন চিন্তাশীল গবেষকেও এনেদৰে কবিতা, গল্প, নাটক লিখাৰ নিদৰ্শন পোৱা গৈছে।

সাহিত্যানুৰাগী কালিৰাম মেধিয়ে কাৰোবাৰ পৰা ভাল কিতাপ এখন পালে প্ৰাপ্তি স্বীকাৰৰ লগতে মূল্যায়ন কৰিবলৈ কাৰ্পণ্য নকৰিছিল। ৰাধানাথ ফুকনে তেওঁৰ 'সাংখ্য দৰ্শন' মেধিক উপহাৰ দিয়ে ( ১৮ আগষ্ট, ১৮৪৯ )। মেধি ডাঙৰীয়াই কিতাপখন পঢ়িয়ে ফুকনলৈ লিখিলে।

শ্ৰদ্ধাস্পদেষু,

আপোনাৰ বহুমূলীয়া সাংখ্যদৰ্শন কেতিয়াবাই পালোঁ। কিন্তু মোৰ শৰীৰ অসুখ থকা বাবে পঢ়োতে বহুদিন লাগিল। আপোনাক এজন বৈজ্ঞানিক পণ্ডিত বুলি জানিছিলোঁ। কিন্তু আপোনাৰ সাংখ্য দৰ্শনৰ পাতনিত বৈজ্ঞানিক তত্ব আৰু দাৰ্শনিক তত্ব স্পষ্টভাবে প্ৰকাশিত হোৱাৰ পৰাই আপোনাক এজন দাৰ্শনিক পণ্ডিত বুলি জানিব পাৰিলোঁ।

আগেয়ে কৰবাত পঢ়িছিলোঁ—আইনজ্ঞ পণ্ডিতালিৰ কথা নকলেও হব—

নহি সংখ্য সম জ্ঞানং
নহি যোগ্য পৰং বলম।

সাংখ্য জ্ঞানভাণ্ডাৰ আপুনি প্ৰথমতে অসমীয়াত খুলি দিছে। অসমীয়া সাহিত্যত আপোনাৰ সাংখ্য দৰ্শনেই প্ৰথম দৰ্শন। আপোনাৰ দৰ্শনেই অসমীয়া সাহিত্যলৈ প্ৰধান আৰু প্ৰথম দান। সেইবাবে অসমীয়া সাহিত্যিকে আপোনাক শলাগ নলৈ নোৱাৰে। আমি সৰল অন্তঃকৰণেৰে আপোনাৰ দান স্বীকাৰ কৰিছোঁ। আপুনি অসমীয়া সাহিত্যৰ গৌৰৱ বঢ়াইছে।

কাৰিকৰি অৰ্থ সংস্কৃত আৰু অসমীয়াত দিয়া উত্তম হৈছে। আপোনাৰ অৰ্থও উত্তম হৈছে। আশাকৰো আপোনাৰ পৰা বাকী কেইখন দৰ্শনৰো এনে অসমীয়া অনুবাদ আৰু অৰ্থ আমি পাম। ইতি

শ্ৰীকালিৰাম মেধি

কালিৰাম মেধিৰ 'সুৰভি'ত ( ২য় বছৰ ৫ম সংখ্যা ) প্ৰকাশিত 'কালিয় দমন নাট' ৰাজমোহন নাথ সম্পাদিত উক্ত নাটৰ সমালোচনা। আলোচনাটিত মেধি ডাঙৰীয়াই ৰাজমোহন নাথৰ সম্পাদকীয় মন্তব্যত থকা আসোঁৱাহসমূহ যুক্তি সহকাৰে আঙুলিয়াই দেখুৱাইছে। মেধি ডাঙৰীয়া বৈষ্ণৱ সাহিত্যৰ নাড়ী নক্ষত্ৰৰ লগত সুপৰিচিত। সেইবাবে সাধাৰণ পাঠকৰ চকুত নপৰা সা আসোঁৱাহসমূহ সহজে তেওঁৰ চকুত পৰিছিল। 'ব্ৰজবুলি', 'ভাৱনা,' 'অঙ্কীয়া নাটৰ উৎস' আদিৰ ক্ষেত্ৰত ৰাজমোহন নাথে দিয়া ব্যাখ্যা মেধিয়ে যুক্তি সহকাৰে খণ্ডন কৰিছিল।

প্ৰথম অৱস্থাত মেধি আৰু নাথৰ মাজত বেচ সম্ভাৱ আছিল। নাথ প্ৰায়ে মেধিৰ ঘৰলৈ আহি সাহিত্য বিষয়ক নানান আলাপ আলোচনা কৰেহি। নাথে আহিয়ে চিঞৰি কয়—'আমাকে এক গ্লাছ জল দাও'। ই তেওঁৰ চিৰাচৰিত কথা। পিছত তেওঁলোকৰ মাজত কাপযুদ্ধ চলিল। সেই প্ৰসঙ্গৰ বিস্তৃত বিৱৰণ এই পুথিত নিষ্প্ৰয়োজন।

কালিৰাম মেধিৰ পাণ্ডিত্য আৰু তত্ত্বানুসন্ধানী কাৰ্যাৱলীৰ প্ৰতি সহাঁৰি জনাই নলবাৰীৰ কামৰূপ সংস্কৃত সঞ্জীৱনী সভাই ১৯৪৩ খৃঃত 'তত্ত্বনিধি' উপাধি' প্ৰদান কৰিছিল।

কামাখ্যা কামদেয়ং বিলসতু হৃদয়ে সন্ততং তে শৰণ্যা উপাধি পত্ৰম

কামৰূপ জিলান্ত পাতি ৰামদীয়া গ্ৰাম বাসিনং তত্ত্বান্বেষণ আদি বিবিধ গুণশালিনং কামৰূপ সংস্কৃত সঞ্জীৱনী সভা তদগুণ গণ প্ৰমুগ্ধনং শ্ৰীযুত কালীৰাম মেধি এম এ মহাশয়ং তত্ত্বনিধি ইত্যুপাধি ভূষণৈ ইত্যুপাধি ভূষণৈ ভূৰ্ষয়িত্বা প্ৰসদিতা সঞ্জাতা

| | |
|---|---|
| প্ৰদত্তমিদং কামৰূপ সংস্কৃত | কামৰূপ সংস্কৃত সঞ্জীৱনী সভা |
| সঞ্জীবনী সভাত | সভ্য প্ৰতিনিধিনা |
| ১৮৬৫ শকাব্দী | শ্ৰীপ্ৰতাপ চন্দ্ৰ গোস্বামী |
| বৈশাখ মাসস্য | সভাপতিনা |
| তৃতীয় দিবসে | শ্ৰীকান্ত ভট্টাচাৰ্য্যান |
| দ্বাবিংশ বাৰ্ষিক অধিবেশন | সম্পাদকেনচ |

কালিৰাম মেধিৰ চাকৰি জীৱনৰ দক্ষতাৰ প্ৰতি সহাঁৰি জনাই অসমৰ গবৰ্ণৰেও তেওঁক স্বাগতম জনাই লিখিছিল—

Governor-Assam

Rai Bahadur

Shrijut Kali Ram Medhi M A.

Governor's Camp

Assam.

You began service in the Junior Assam Civil Service as a Sub-Deputy Collector in 1904 and were promoted to the senior services in 1912. You relived some years ago when holding a Selection Grade Post in that service. You twice officiated as Deputy Commissioner and were strongly recommended by District Officers for the many years of hard and good work done by you during the course of your long services. You also rendered excellent service as a Magistrate and a war Risk (Goods) Insurence Officer when brought back from retirement and have taken a prominent part in administering the Assam Meseum.

# ১১. সাৰাংশ

কালিৰাম মেধিৰ জীৱন এটি সহজ সৰল জীৱন। কৰ্মজীৱন, সাহিত্য চৰ্চা আৰু অধ্যয়ন কোনো ক্ষেত্ৰতে কালিৰাম মেধিৰ জীৱন একেবাৰতে চমকপ্ৰদ বা Thrilling বুলি কব নোৱাৰি। তেওঁৰ জন্ম সম্পূৰ্ণ গাৱঁলীয়া পৰিবেশত। গাৱঁলীয়া নিম্ন মধ্যবিত্ত পৰিয়ালত তেওঁৰ জন্ম। মেধি এজন নিয়মীয়া ভাবে পঢ়াশুনা কৰা ছাত্ৰ, সেইবাবে পৰীক্ষা সৰত সফলতা লাভৰ চিন্তাত হাবাথুৰি খাব লগা নহৈছিল। ছাত্ৰ হিচাপে মেধি ভাল ছাত্ৰ।

এজন কৃতী ছাত্ৰ হৈও মেধিৰ ভাগ্যত মিলিল মাটি হাকিম (এছ ডি চি)ৰ চাকৰি। কিন্তু নিষ্ঠাৰে সেই কামকে মোৰ বুলি ধৰি থকা বাবে এদিন উপাযুক্তৰ দায়িত্ব লাভ কৰিবলৈ সক্ষম হৈছিল। নিজৰ দক্ষতা আৰু কৰ্তব্য নিষ্ঠাৰ বাবে উন্নতি লাভ কৰিছিল যদিও সি আছিল মন্থৰ গতিৰ। একেবাৰতে কবলৈ হলে সৌভাগ্যই মেধিক আকোৱালি লোৱা নাছিল। মেধি এজন খাটি খোৱা মানুহ। সৌভাগ্য লাভৰ পথৰ কণ্টক তেওঁ অতি কষ্টেৰেহে আঁতৰাব লগা হৈছিল। সুদীৰ্ঘ ত্ৰিকুৰি দুবছৰৰ কৰ্মজীৱনত তেওঁ যেঁ চকুত লগা ঐশ্বৰ্য্য বিভূতিৰ অধিকাৰী হব পাৰিছিল এনেও নহয়। অৱশ্যে অৰ্থকৰি ঐশ্বৰ্য্যৰ অধিকাৰী হব নোৱাৰিলেও জ্ঞান আৰু বিদ্যাৰ ঐশ্বৰ্য্যৰে এজন গবেষক স্বৰূপে খ্যাতি লাভ কৰিব পাৰিছিল সেই কথাৰ বহল ব্যাখ্যা নিষ্প্ৰয়োজন।

চৰকাৰী চাকৰিয়াল স্বৰূপে মেধিয়ে কৰ্তব্য নিষ্ঠা, সততা আৰু দক্ষতাৰ পৰিচয় দিব পাৰিছিল সঁচা কিন্তু তাকে কৰিবলৈ গৈ তেওঁ যে অন্য উপায় অবলম্বন কৰা কথা শুনা নাযায়। অৰ্থাৎ দক্ষ প্ৰশাসক হলেও তেওঁ অত্যাচাৰী নাছিল, নাইবা ইংৰাজ চৰকাৰক তোষামোদ কৰিবলৈ গৈ দহ জনৰ প্ৰতিকূলে কিবা অনিষ্টকৰ কাৰ্য্য কৰাৰ কথাও শুনা নাযায়। কৰ্তব্য পালনৰ প্ৰতি মেধিৰ সজাগ দৃষ্টি হলেও জাতীয় আন্দোলন আদিৰ সময়ত কোনোধৰণৰ দমন নীতিৰে আন্দোলনক মষিমূৰ কৰাৰ প্ৰচেষ্টাৰ কথাও জনা নাযায়। সেইবুলি যে তেওঁ চৰকাৰী বিষয়া হৈও জাতীয় আন্দোলনক পূৰ্ণ সমৰ্থন দিবলৈ কুণ্ঠাবোধ কৰা নাছিল, তেনে নিদৰ্শনো নাই। তেতিয়া কালিৰাম মেধিৰ পৰিচয় এজন চৰকাৰী চাকৰিয়ালৰ বাহিৰে একো নহয়।

সৰলতা আৰু নীৰৱতা এই দুটা হৈছে মেধিৰ চৰিত্ৰৰ প্ৰধান ভূষণ। বহুত কিবা বিচাৰি হৈ চৈ কৰি ফুৰা বিধৰ লোক মেধি নাছিল। গোমোঠা মুখখনলৈ চালে, নাইবা বিদেশী বস্তু ব্যৱহাৰৰ প্ৰতি থকা দুৰ্বলতা দেখিলেও মেধি ডাঙৰীয়া কেউ পিনৰ পৰাই এজন সৰল, simple লোক। তেওঁৰ চৰিত্ৰৰ বিৰল সৰলতা সকলোৰে জনা কথা। মানুহজন সৰল হলেও মনটো আছিল চৌখিন।

মেধি এজন নীৰৱ গবেষক। এটা নিৰ্দিষ্ট লক্ষ্যৰ প্ৰতি দৃষ্টি ৰাখি বছৰৰ পিছত বছৰ একেটা বিষয়তে লেকেটা লাগি গবেষণাৰ কামত লাগি থাকিব পাৰিছিল। 'অসমীয়া

ব্যাকৰণ আৰু ভাষাতত্ত্ব' আৰু 'অঙ্কাৱলী' পুথি দুখন মেধিৰ গৱেষণা কাৰ্য্যৰ উজ্জল নিদৰ্শন। চৰকাৰী ফাইলৰ বঙা ফিটাৰ মেৰপাকে মেধিক অধ্যয়ন আৰু গবেষণাৰ বাটত হেঙাৰ দিব পৰা নাছিল।

কৰ্মজীৱন আৰু অবসৰ গ্ৰহণৰ পিছত ৰাজহুৱা জীৱনৰ লগত মেধিৰ আছিল মধুৰ সম্পৰ্ক। চাকৰি জীৱনতো যতেই আছিল তাতেই তেওঁ ৰাজহুৱা জীৱনৰ লগত জড়িত হৈ পৰিছিল। অবসৰ গ্ৰহণৰ পিছত কামৰূপ অনুসন্ধান সমিতি আৰু সংগ্ৰহালয় আদিৰ লগত জড়িত হৈ পৰিছিল।

গুৱাহাটী বিশ্ববিদ্যালয় স্থাপনৰ পিছত বিশ্ববিদ্যালয়ৰ ইটো সিটো কামৰ লগত মেধি ডাঙৰীয়া জড়িত হৈ পৰিছিল।

বিশ্ববিদ্যালয়ৰ উপাচাৰ্য্য শ্ৰীকৃষ্ণ কান্ত সন্দিকৈৰ লগত আছিল মেধিৰ বন্ধুত্ব। এবাৰ সন্দিকৈৰ ছোৱালীৰ বিয়ালৈ মেধিকো নিমন্ত্ৰণ কৰিলে। যোৰহাটলৈ গৈ বিয়াত উপস্থিত হোৱাটো সম্ভৱ নহয়। কিন্তু বিবাহ উপলক্ষে কিবা এটা উপহাৰ আগ বঢ়োৱাটো আমাৰ চিৰাচৰিত ৰীতি। মেধি ডাঙৰীয়াই সেই প্ৰথা অনুসৰণ কৰি বিবাহ উপলক্ষে উপহাৰ স্বৰূপে কেইটামান টকা মনিঅৰ্ডাৰ কৰি পঠালে। তেনেবোৰ সামাজিক নীতি-নিয়ম ৰক্ষাৰ প্ৰতি মেধি সজাগ। তেওঁৰ নিজৰ ঘৰত বিবাহ হলে ঘৰৰ আপোন পৰিয়াল, সম্পৰ্কীয় লোক, বনকৰা মানুহ সকলোকে নতুন কাপোৰ কিনি দিছিল।

তেওঁ নিয়মীয়া ভাবে দিনপঞ্জী ( Diary ) লিখিছিল। ঘৰুৱা সকলো হিচাপ পত্ৰ তেওঁ নিয়মিয়া ভাবে লিখি ৰাখিছিল। তেওঁৰ এই টোকা বহীৰ পৰা সেই সময়ৰ অৰ্থনৈতিক দিশৰ কথা অনুমান কৰিব পাৰি।

বিবাহ উপলক্ষে কি কি উপহাৰ লাভ কৰিছিল সেই হিছাপো তেওঁৰ টোকাত উল্লেখ আছে। এজনী ছোৱালীৰ বিয়াত উপহাৰৰ ভিতৰত আছিল ভালেকেইখন বিবিধ ধৰণৰ শাৰী, ব্লাউজ, জবাকুসুম তেল, সেমেজ, এচেন্স আদি। উপহাৰ দিয়া কিতাপৰ সংখ্যা চাৰিখন—'গৃহকথা, সংসাৰচিত্ৰ, ওমৰতীৰ্থ আৰু সাধনা'। ইয়াৰ দ্বাৰাই সেই সময়ৰ ( ১৯২৯ খৃঃ ) সামাজিক দিশৰ আভাস পাব পাৰি।*

মেধিয়ে ৰেল বা জাহাজত ভ্ৰমণ কৰিলে টিকটৰ নম্বৰটো আৰু ভাড়া কিমান টোকা বহীত লিখি ৰাখিছিল।** ঘৰুৱা খৰছৰ ক্ষেত্ৰত মেধি বৰ মিতব্যয়ী। নিজৰ সন্তান-সন্ততি আৰু আনকো মিতব্যয়ী হবলৈ সদায় উপদেশ দিছিল।

---

*১৩।৮।২৯ ইং পুৱা

| | |
|---|---|
| সোণ ১৮ ১ | ৩৮॥৶০ |
| পাটৰ ধুতি ১খন | ৮॥০ |

| | |
|---|---|
| ঐ চাদৰ ১খন | ৭৲ |
| মুগাৰ বিহা ৩খন | ৯৲ |
| ঐ মেখেলা ১খন | ৭৸৴০ |
| সক সতৰঞ্চি ১খন | ১।৵০ |
| পিতলৰ খৰাহি ১টা<br>ঐ চৰিয়া ১টা<br>ঐ কৰচ ১খন<br>ঐ টৌ ৩টা | ৫৲ |
| মণিপুৰি ঘটি ১টা<br>ঐ গ্লাচ ১টা<br>পিতলৰ ঘটি ১টা | ৩।৴ |
| বিচনাৰ চাদৰ ২ খন | ৩৸৵ |
| লেম্প ১টা | ১।৵ |
| মশাৰি ১খন | ২/০ |
| চামুচ ১খন | ৵০ |

**8. 9.'31

Journey on transfer
Gauhati to Goalpara
( Fanchi Bazarghat )

| | |
|---|---|
| 1st class 3 tickets ( full )<br>( No 0061, 0062, 0063 )<br>at 11/13 per ticket | 35/7/ |
| 1st class 3 childrens<br>tickets No 0008, 0009, 0010<br>at 5/14/6 | 17/11/6 |
| | 53/2/6 |
| 3rd class 3 full tickets<br>( No. 004117—004119 )<br>at 1/11 | 5/1/ |
| Do one child ticket<br>( No. 0039 ) | /13/6 |
| | 59/1/ |

মেধিৰ ঘৰুৱা জীৱনৰ শেষ ছোৱা সুখৰ বুলি কব নোৱাৰি। কিন্তু ইয়ে তেওঁক গবেষণা আদিৰ ক্ষেত্ৰত বাধাৰ সৃষ্টি কৰিব পৰা নাছিল।

মেধি ডাঙৰীয়া পঢ়াশুনাত যেনে নিয়মীয়া, আবেলি এপাক ফুৰি অহাটো তেনে নিয়মীয়া। পিছৰ জীৱনত প্ৰায়ে নাতিনীয়েক সকলক লগত লৈ ব্ৰহ্মপুত্ৰৰ পাৰত এপাক ফুৰিছিল।

গুৱাহাটীত স্থায়ী ভাবে বাস কৰিলেও গাৱঁৰ ঘৰৰ লগত সম্বন্ধ নৰখা নহয়। আনকি পিছত তেওঁ গাৱঁত এটা ঘৰ সাজিছিল।

যদিও মেধি ডাঙৰীয়া intimate family man নাছিল ঘৰলৈ অহা আলোহী বা গাৱঁৰ মানুহৰ নিজে খা খবৰ কৰিছিল। ডাঙৰ মানুহ বুলি কোনো ভেম নাছিল।

মেধি ডাঙৰীয়াৰ জীৱনৰ কাৰ্য্যাৱলী, একনিষ্ঠ সাধনা আৰু বিৰল সৰলতাৰ পৰা শিকিব লগীয়া বহু কথাই আছে। শতবাৰ্ষিকীৰ সন্ধিক্ষণে মেধি ডাঙৰীয়াৰ জীৱনৰ অতীত ৰোমন্থন কৰিবলৈ সুযোগ দিছে। এনে এগৰাকী দক্ষ প্ৰশাসক গবেষকৰ জীৱন সদায় অনুকৰণীয় হৈ থাকিব।

কালিৰাম মেধিৰ মৃত্যুৰ মুহূৰ্তত 'ৰামধেনু' আলোচনীৰ সম্পাদকীয়ত ( ষষ্ঠ বছৰ, ১০ম সংখ্যা, ১৯৫৪ ) লিখিছিল—

"মৰণৰ আগ মুহূৰ্তলৈকে কলম পিহা সাহিত্য-সেৱী অসমীয়া সাহিত্যত বিৰল। কলিৰাম মেধি এজন তেনে বিৰল সাহিত্যক। সাহিত্য সেৱাৰ সুদীৰ্ঘতা অসমীয়া সাহিত্যত যে কেনে দুৰ্লভ বস্তু আৰু তৃতীয় দশকৰ প্ৰতিভাশালী লেখক জন-দিয়েকৰ সাহিত্যিক জীৱনৰ অকাল সমাপনৰ কথা মনত পেলালেই উপলব্ধি কৰিব পৰা যাব।

"এই সুদীৰ্ঘতাইও মেধিৰ সাহিত্যত পুৰণি অসমীয়া সাহিত্যৰ গবেষণাক এক প্ৰধান স্থান দিয়াত সহায় কৰে। সাহিত্যিক সমাজে তেখেতৰ অসমীয়া ভাষাৰ ব্যাকৰণ, অসমীয়া নাট আৰু আন আন পুৰণি সাহিত্য সম্পৰ্কীয় গবেষণাক গভীৰ শ্ৰদ্ধাৰ চকুৰে চাই আহিছে। তেওঁৰ সাহিত্যিক জীৱনৰ লৈতে ঘনিষ্ঠ পৰিচয় থকা লোকৰ মতে প্ৰকাশিত হোৱা পুথিবোৰত বাদেও তেওঁৰ কিছুমান অপ্ৰকাশিত পুথি প্ৰবন্ধাদিও আছে। এই সকলোবোৰ প্ৰকাশ কৰাত যিদৰে ঔদ্যোগিক প্ৰয়াসৰ আৱশ্যক, সেইদৰে তেওঁৰ সমূহ সাহিত্যৰে এটি নীতি সম্মত বিচাৰ আৰু মূল্যাঙ্কণ কৰিবলৈও ভাল সমালোচনাৰ আৱশ্যক। আমি আশা কৰো এই দুয়োটা কাম কৰিবলৈ মানুহ ওলাব।

"মেধিৰ বাছকবনীয়া প্ৰবন্ধাৱলী অসমীয়া জাতীয়তাৰ পৰিবৰ্দ্ধক বুলিয়ে কব পাৰি। তেওঁৰ সাহিত্যিক ব্যক্তিত্বৰ মুক্তিৰ পৰিচায়ক বুলিব নোৱাৰি। বোধহয় গবেষণাই তেওঁৰ সাহিত্যৰ প্ৰধান লক্ষণ।"

"প্ৰায় আশীবছৰীয়া জীৱন তুলীয়া আৰু কণীয়া দেশত দুৰূহ, মেধিয়ে সৌভাগ্যক্ৰমে এনে এটি জীৱন লাভ কৰিছিল। বৰ্ত্তমান সমাজত গবেষণাৰ পৰিবেশ আৰু সুবিধা কম, বিশেষকৈ অসমৰ পৰিস্থিতিত গবেষণাৰ অৰ্থ নিঃসঙ্গ তীৰ্থযাত্ৰা। অকল সেয়ে নহয়, মেধিৰ চাম গৱেষকৰ বাবে তীৰ্থযাত্ৰাৰ বাটো পোন নাছিল।"

সচাকৈয়ে তীৰ্থযাত্ৰাৰ পথত মেধি আছিল অকলশৰীয়া আৰু তীৰ্থযাত্ৰাৰ পথৰ হেন্তাৰ তেওঁ নিজেই আঁতৰাব লগা হৈছিল। নিসঙ্গভাবে কাম কৰিব লগাবাবে জীৱনশাত কিছুমান কামৰ পাতনিহে বচিলে, শেষ কৰিব নোৱাৰিলে। তেওঁৰ অসম্পূৰ্ণ কৰ্মৰাজি শেষ কৰিব পাৰিলেহে শতবাৰ্ষিকী উছৱ পালন কৰাটো সাৰ্থক হব। শতবাৰ্ষিকী উছৱৰ লগে লগে যদি মেধি ডাঙৰীয়াই এৰি থৈ যোৱা অঙ্কাৱলী দ্বিতীয়ভাগ প্ৰকাশ কৰিব পৰা গলহেঁতেন, তেতিয়াহে তেওঁৰ আত্মাই শান্তি পালেহেঁতেন। অৱশ্যে ডক্টৰ সত্যেন্দ্ৰনাথ শৰ্মাৰ সম্পাদনাত দহখন অঙ্কীয়া নাটৰ সংকলন 'অঙ্কমালা' গুৱাহাটী বিশ্ববিদ্যালয়ে প্ৰকাশ কৰিছে। ইয়াৰ উপৰিও আৰু ভালেমান 'অঙ্কীয়া নাট' অসমৰ বিভিন্ন সত্ৰত সংৰক্ষিত হৈ আছে।

মেধি ডাঙৰীয়াই ৰচনা কৰা অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ব' ভাষাতাত্বিক দৃষ্টি কোণৰ পৰা নিখুট বিজ্ঞান সন্মত পুথি বুলি কোৱা টান। ভাষা বিজ্ঞান সম্পৰ্কে মেধি ডাঙৰীয়াৰ কোনো ধৰণৰ বিজ্ঞান সন্মত প্ৰশিক্ষণ নাছিল। আনহাতে তেওঁ আছিল পদাৰ্থ বিজ্ঞানৰ ছাত্ৰ। ভাষা বিজ্ঞানৰ এতিয়া বহুতো গবেষণা চলি আছে, উন্নত ধৰণৰ বিজ্ঞান সন্মত ব্যাকৰণ ৰচনাৰ প্ৰচেষ্টাও দেখা গৈছে। শতবাৰ্ষিকী উছৱৰ সময়তে অসমীয়া ভাষাৰো তেনে এখন বিজ্ঞান সন্মত অত্যাধুনিক পূৰ্ণাঙ্গ ব্যাকৰণ প্ৰকাশ কৰিব পাৰিলে মেধিৰ আত্মাই নিশ্চয় বেচি শান্তিহে লাভ কৰিলেহেঁতেন। শতবাৰ্ষিকী উছৱ উদযাপনৰ লগে লগে সেই কাম সম্পূৰ্ণ হৈ উঠিলে শতবাৰ্ষিকী উছৱ উদযাপন সাৰ্থক হলহেঁতেন। ৰামধেনুৰ সম্পাদকৰ সুৰত কবলৈ হলে 'অসমীয়া সাহিত্যৰ উন্নতিৰ মহৎ প্ৰয়াসৰ বাটত মেধি আমাৰ স্মৃতিত সেয়েহে অনুপ্ৰেৰণাৰ স্থল হৈ ৰওক।"

# ১২. কালিৰাম মেধিৰ উল্লেখযোগ্য ঘটনাসমূহ

১৮৮০—অক্টোবৰ, কাতি, কালিৰাম মেধিৰ ৰামদিয়া গাৱঁত জন্ম।

১৮৯১—গুৱাহাটী চৰকাৰী হাইস্কুলত ভৰ্তি।

১৮৯৭—এণ্ট্ৰেন্স পৰীক্ষাত উত্তীৰ্ণ। কলিকতা যাত্ৰা, চিটি কলেজত ভৰ্তি।

১৮৯৯—এফ এ পৰীক্ষাত প্ৰথম বিভাগত উত্তীৰ্ণ। চিটি কলেজৰ বি এ শ্ৰেণীত ভৰ্তি।

১৯০২—ৰসায়ণ আৰু পদাৰ্থ বিজ্ঞানত দ্বিতীয় বিভাগত অনাৰ্চ সহ চিটি কলেজৰ পৰা বি এ পৰীক্ষাত উত্তীৰ্ণ। প্ৰেচিডেন্সী কলেজৰ এম এ শ্ৰেণীত ভৰ্তি।

১৯০৩—পদাৰ্থ বিজ্ঞানত দ্বিতীয় শ্ৰেণীৰ এম এ ডিগ্ৰী লাভ। জোনাকীত 'প্ৰলয়' প্ৰবন্ধ প্ৰকাশ।

১৯০৪— ৪ এপ্ৰিল, গুৱাহাটীত মাটি হাকিম ( এছ ডি চি ) নিযুক্ত।

—২৩ আগষ্ট, প্ৰবেশনাৰী মাটি হাকিম নিযুক্ত, নগাওঁ।

১৯০৬—নগাৱঁত প্ৰথম পুত্ৰ ৰামভদ্ৰ মেধিৰ জন্ম।

১৯০৮—১ অক্টোবৰ, মাটি হাকিম, ধিং।

১৯১০—২৩ মেই, এচিষ্টেন্ট চেটেলমেণ্ট অফিচাৰ, ডিব্ৰুগড।

—১ জুলাই, ডেপুটি মেজিষ্ট্ৰেট, ডিব্ৰুগড।

—১২ ডিচেম্বৰ ই এ চি ডিব্ৰুগড। আসাম বান্ধৱ প্ৰকাশ।

১৯১২—২৩ জুলাই, ই এ চি ডুবৰী। প্ৰহ্লাদ চৰিত্ৰ প্ৰকাশ।

১৯১৩—৭ নবেম্বৰ, ই এ চি গোলাঘাট। পিতৃ ভুকলি মেধিৰ মৃত্যু।

১৯১৪—২৫ অক্টোবৰ, ই এ চি গোৱালপাৰা।

১৯১৮ -২৭ ডিচেম্বৰ, গোৱালপাৰাত অনুষ্ঠিত সাহিত্য সভাৰ দ্বিতীয় অধিবেশনত যোগদান। 'অসমীয়া ভাষাৰ মূল' পুথি ৰচনা। পত্নী মোক্ষদাবালাৰ মৃত্যু।

১৯১৯—২৬ জানুৱাৰী, মেচপাৰা জমিদাৰীৰ কামত যোগদান।

—৫ চেপ্টেম্বৰ, স্বৰ্ণলতাৰ লগত মেধিৰ তৃতীয় বিবাহ।

—২৬ ডিচেম্বৰ, সভাপতি সাহিত্য সভাৰ তৃতীয় অধিবেশন, বৰপেটা।

১৯২১—২১ জানুৱাৰী, ই এ চি গোৱালপাৰা। মহকুমাধিপতি গোৱালপাৰা।

১৯২৬—৭ আগষ্ট, মহকুমাধিপতি মঙ্গলদৈ।

১৯২৭—৯ অক্টোবৰ, সাহিত্য সভাৰ গোৱালপাৰা অধিবেশনত যোগদান।

১৯২৯—১৫ আগষ্ট, কন্যা বিদ্যুৎপ্ৰভা আৰু আনন্দীৰাম দাসৰ বিবাহ।

১৯৩১—৩ আগষ্ট, মহকুমাধিপতি গোৱালপাৰা।

—৪ জুলাই, পুৰী ভ্ৰমণ।

১৯৩৪—২৫ জুলাই, চিলেকচন গ্ৰেড লাভ।

—১৬ মাৰ্চ মহকুমাধিপতি মঙ্গলদৈ। সাহিত্যসভাৰ মঙ্গলদৈ অধিবেশনত অংশগ্ৰহণ।

১৯৩৬—উপায়ুক্ত নগাওঁ। অবসৰ গ্ৰহণ। পুনৰ স্পেচিয়েল মেজিষ্ট্ৰেট নিযুক্ত। 'অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ব' প্ৰকাশ।

১৯৩৭—কামৰূপ অনুসন্ধান সমিতিৰ সদস্য। বামদিয়া মজলীয়া স্কুলৰ শিক্ষক সন্মিলনৰ অভ্যৰ্থনা সমিতিৰ সভাপতি।

১৯৩৮—বেজবৰুৱা সমিতিৰ সম্পাদক।

১৯৩৯—সভাপতি, সংগ্ৰহালয় সমিতি।

১৯৪০—১৫ আগষ্ট, বন্দা দাস আৰু মুৰাৰীচৰণ দাসৰ বিবাহ।

১৯৪১—২১ এপ্ৰিল, গবৰ্ণৰ চাৰ ৰবাৰ্ট নীল ৰীডৰ দ্বাৰা অসম সংগ্ৰহালয় দুৱাৰ মুকলি।

১৯৪৩—নলবাৰী সংস্কৃত সঞ্জীৱনী সভাৰ পৰা তত্বনিধি উপাধী লাভ।

১৯৪৪—১৩ মেই, জাহ্নবী আৰু প্ৰফুল্ল দাসৰ বিবাহ।

১৯৪৬—১ জানুৱাৰী, ৰায়বাহাদুৰ খিতাপলাভ। অবসৰ গ্ৰহণ।

১৯৪৭—১৯ জানুৱাৰী, হেমৰেখা আৰু মাধৱ দাসৰ বিবাহ।

১৯৪৮—২১ এপ্ৰিল, কমলা আৰু হৰিপ্ৰসন্ন দাসৰ বিবাহ। তৃতীয়া পত্নী স্বৰ্ণলতাৰ মৃত্যু। শ্ৰীশঙ্কৰদেৱৰ জন্ম শতবাৰ্ষিকী উছৱৰ সভাপতি।

১৯৪৯—মহাপুৰুষ শঙ্কৰদেৱৰ বাণী প্ৰকাশ।

১৯৫০—অঙ্কাৱলী প্ৰকাশ। ১৭ আগষ্ট মুমলীয়া কন্যা উৎপলাৰ মৃত্যু।

১৯৫১—১ জুলাই, ৰাজ্যপাল জয়ৰাম দাস দৌলতৰামে নবীন বৰদলৈ হলত বেজবৰুৱাৰ আবক্ষ মূৰ্তি উন্মোচন।

১৯৫৩—১২ এপ্ৰিল, অনুসন্ধান সমিতিৰ সভাত শেষবাৰৰ বাবে যোগদান।

১৯৫৪—২৯ জানুৱাৰী, গুৱাহাটীত মৃত্যু।

## ১৩. কালিৰাম মেধিৰ ৰচনা সূচী

**গ্ৰন্থ ॥**

প্ৰহ্লাদ চৰিত্ৰ, সম্পাদিত, ১৯১৩

অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ব, ১৯৩৬

মহাপুৰুষ শঙ্কৰদেৱৰ বাণী, ১৯৪৯

অঙ্কাৱলী প্ৰথম ভাগ, সম্পাদিত, ১৯৫০

বীজগণিত, অপ্ৰকাশিত

অসমীয়া প্ৰাথমিক প্ৰকৃতি বিজ্ঞান, ১৯৩৬, অপ্ৰকাশিত

অসমীয়া ভাষা, ১৯১৮ অপ্ৰকাশিত

**প্ৰবন্ধ ॥**

প্ৰলয়— জোনাকী, নতুন খণ্ড, দ্বিতীয় বছৰ, চতুৰ্থ সংখ্যা, ১৯০৩

অসমীয়া নাট—আসাম বান্ধৱ, প্ৰথম বছৰ ৫ম-৬ষ্ঠ সংখ্যা, ১৯১০

হেলীৰ নেজাল তৰা—আসাম বান্ধৱ, প্ৰথম বছৰ, ৮ম সংখ্যা, ১৯১০

গৌৰৱ—আসাম বান্ধৱ প্ৰথম বছৰ, ১২শ সংখ্যা, ১৯১০

লিখাৰ সজুলি—আসাম বান্ধৱ, প্ৰথম বছৰ, ১২শ সংখ্যা, ১৯১০

কুসংস্কাৰ—আঃ বাঃ, দ্বিতীয় বছৰ, ৯ম, ১৯১১

প্ৰাগজ্যোতিষেশ্বৰ ভাস্কৰ বৰ্মাদেব—আঃ বাঃ, দ্বিতীয় বছৰ, ১২শ, ১৯১১

ইন্দ্ৰপাল ৰজাৰ গৌহাটী তামৰ ফলি—আঃ বাঃ, দ্বিতীয় বছৰ, ১০ম ১১শ, ১৯১১

মূল পদাৰ্থ—আঃ বাঃ, তৃতীয় বছৰ, ৮ম সংখ্যা, ১৯১২

শূদ্ৰ—আঃ বাঃ, পঞ্চম বছৰ, ৭ম সংখ্যা, ১৯১৪

জাতিৰ উৎপত্তি—আঃ বাঃ, তৃতীয় বছৰ, ৪ৰ্থ সংখ্যা, ১৯১২

অসমীয়া ব্যাকৰণ আৰু ভাষাতত্ব—বৰ্ণ প্ৰকৰণ—আঃ বাঃ, তৃতীয় বছৰ, ৬ষ্ঠ সংখ্যা, ১৯১২

কবি পুৰুষোত্তম গজপতি—আঃ বাঃ, দ্বিতীয় বছৰ, ৪ৰ্থ সংখ্যা, ৫ম সংখ্যা, ১৯১১

ভেম—আঃ বাঃ, ১৯১৬

গোৱালপাৰাৰ প্ৰাচীন কীৰ্ত্তি—আঃ বাঃ, ষষ্ঠ বছৰ, ৪ৰ্থ সংখ্যা, ১৯১৫

প্ৰতিবাদ—আঃ বাঃ, তৃতীয় বছৰ, ৭ম সংখ্যা, ১৯১২

সমালোচনা—মহাপুৰুষ—আঃ বাঃ, ষষ্ঠ বছৰ, ১০ ম সংখ্যা, ১৯১৬

পৰিশ্ৰমৰ সন্মান—আঃ বাঃ, ষষ্ঠ বছৰ, ৭ম সংখ্যা

তেম—আঃ বাঃ, ষষ্ঠ বছৰ, ১০ম সংখ্যা, ১৯১৬

তপ—আলোচনী, প্ৰথম বছৰ, ৪ৰ্থ সংখ্যা, ১৯০৯

পৃথিবী—আলোচনী, প্ৰথম বছৰ, ১২শ, দ্বিতীয় বছৰ, ১ম, ১৯০৯, ১৯১০

সূৰ্য্য—আলোচনী, প্ৰথম বছৰ, ৭ম—। ৯ম, ১৯১০

আনন্দৰাম বৰুৱা—আলোচনী, প্ৰথম বছৰ, ৮ম সংখ্যা, ১৯০৯

সংখ্যা—আলোচনী, প্ৰথম, ১৯১০

আয়ন আৰু বিদ্যুতিক পৰমাণু—আলোচনী, ১৯১১

কৌটিল্যৰ সময়ৰ প্ৰাগজ্যোতিষ—বাঁহী, ২৬শ বছৰ

অসমত মুছলমান আৰু অসমীয়া ভাষাত মুছলমানৰ ঠাই, ২৭শ বছৰ

বৰ্ত্তমান অসমৰ জ্যোতিষ সূত্ৰ—বাঁহী, ১৫শ বছৰ

শঙ্কৰদেৱ আৰু চৈতন্যদেৱ—বাঁহী, ২৬শ বছৰ, ১৯৩৯

অসমীয়া খেল—চেতনা, প্ৰথম বছৰ, ১৯২০

ৰামৰায় নামৰ সময়—জয়ন্তী, চতুৰ্থ বছৰ, ৪ৰ্থ সংখ্যা, ১৯৪১

শ্ৰীমথুৰা দাস বুঢ়া আতা—আবাহন, ১৪শ বছৰ, ৫ম সংখ্যা, ১৯৪০

ৰাম ৰায় নামৰ সময়—জয়ন্তী, ৪ৰ্থ বছৰ, ৪ৰ্থ সাংখ্যা, ১৯৪১

বৈষ্ণৱ ধৰ্মৰ আতিগুৰি—জয়ন্তী, ১৯৪১

'শ্ৰীশঙ্কৰদেৱৰ বৰগীত', সমালোচনা—অসম সাহিত্য সভা পত্ৰিকা, দশম বছৰ, ৪ৰ্থ সংখ্যা, ১০১২

'কালিয় দমন নাট'—সমালোচনা—সুৰভি, দ্বিতীয় বছৰ, ৫ম সংখ্যা, ১৯৪৬

ওজা তাওৰীয়া—সুৰভি, দ্বিতীয় বছৰ, ১ম সংখ্যা, ১৯৪৬

প্ৰাচীন কামৰূপীয় গীত—সুৰভি, প্ৰথম বছৰ, ৫ম সংখ্যা, ১৯৪০

ভাৰতগুৰু গান্ধী—সুৰভি, তৃতীয় বছৰ, ৩য় সংখ্যা, ১৯৪৭

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱ—জয়ন্তী, দশম বছৰ, ১১শ সংখ্যা, ১৯৫৩

মহাপুৰুষ শঙ্কৰদেৱৰ প্ৰচাৰিত ধৰ্ম—নাম ধৰ্ম, প্ৰথম বছৰ, ম সংখ্যা, ১৯৫০

অসমীয়া নাট প্ৰতিষ্ঠান—জয়ন্তী, তৃতীয় বছৰ, ১৮শ সংখ্যা, ১৯৪০

অসম দেশ ভাৰতবৰ্ষৰ ভিতৰত থাকিব কিয়—আবাহন, দশম বছৰ

কৌটিল্যৰ অৰ্থশাস্ত্ৰত কামৰূপৰ উৎপন্ন বস্তুৰ উল্লেখ—আবাহন

ঢেকাহাকিমৰ বিচাৰত শঙ্কৰী ধৰ্ম—আবাহন

অসমীয়া ব্যাষ্টি সমাজ পতাৰ কথা—আবাহন, সপ্তম বছৰ

পুথি পৰিচয়—The Mother Goddess Kamakhya—বামধেনু, ষষ্ঠ, বছৰ, ৭ম সংখ্যা, ১৯৫৩

শ্ৰীশঙ্কৰদেৱ গ্ৰন্থৰ সমালোচনাৰ প্ৰতিবাদ—বামধেনু, ষষ্ঠ বছৰ, ২য় সংখ্যা, ১৯৫৩

প্ৰবাসী বঙ্গ সাহিত্য সন্মিলনৰ স্মৃতি—জয়ন্তী, ২য় বছৰ, ১৯৩৯

অসম সাহিত্য সভাৰ সভাপতিৰ অভিভাষণ—তৃতীয় অধিবেশন, চেতনা, ১৯২০

সভাপতিৰ অভিভাষণ—শ্ৰীশঙ্কৰদেৱৰ পঞ্চশততম জন্মোৎসৱ, ১৯৪৮

নিৰ্দিষ্ট বক্তাৰ ভাষণ—শ্ৰীশঙ্কৰদেৱৰ পঞ্চশততম জন্মোৎসৱ, ১৯৪৮

ঘাঘৰি মাজি—আসাম বান্ধৱ, পঞ্চম বছৰ, ১৯১১

অসমত মুছলমান আৰু অসমীয়া ভাষাত মুছলমানৰ ঠাই—বাঁহী

কোম্পানীৰ আমোলৰ আদিত অসমীয়া—অসম সাহিত্য সভা পত্ৰিকা, ৭ম বছৰ

অসমৰ গাৱঁলীয়া কিছুমান প্ৰমাণী ঔষধ—প্ৰভাত

দহ ঘণ্টাৰ চিকাৰ আৰু অসমীয়া তিৰোতাৰ সাহ—আসাম হৈতিষী, প্ৰথম বছৰ

কবি মনকৰ—জয়ন্তী, তৃতীয় বছৰ, ১৯৪০

সমাজৰ ক্ৰম বিকাশ—আসাম বান্ধৱ, ষষ্ঠ বছৰ, ১১শ সংখ্যা, ১৯১৬

The Kalitas, The Journal of the Assam Research Society, Vol. III No 3, 1935

Late Rai Bahadur K. L. Barua, J. A. R. S. Vol VIII No. 1, 1941

The Brajavali Literature of Assam, J. A. R. S. Vol. VIII No 4, 1941

Philosophic Aspects of the Assam Brajavali Literature Vol. IX, No. 1 & 2, 1942

The Brajavali Literature of Assam, Bhakti, Vol IX No. 3 & 4, 1942.

## ১৪. গ্ৰন্থপঞ্জী

শৰৎ চন্দ্ৰ গোস্বামী—সাহিত্য সভাৰ কথা। অসম সাহিত্য সভা পত্ৰিকা, নতুন প্ৰকাশ, ২য়-৩য় সংখ্যা।

উপেন্দ্ৰ চন্দ্ৰ লেখাৰু সম্পাদিত—কথা গুৰু চৰিত, ১৯৫০

ৰাজ মোহন নাথ সম্পাদিত—মহাপুৰুষ শ্ৰীশঙ্কৰদেৱ, শ্ৰীমাধৱদেৱ চৰিত—দৈত্যাৰি ঠাকুৰ, ১৮৯৩

ডক্টৰ প্ৰমোদ চন্দ্ৰ ভট্টাচাৰ্য্য—অসমৰ লোক উৎসৱ, ১৯৬৯

জগন্নাথ বুজৰবৰুৱা—আত্মজীৱনী ( অপ্ৰকাশিত ), ১৯৩৭

হৰিনাৰায়ণ দত্তবৰুৱা—দত্তবৰুৱাৰ জীৱন কথা, ১৯৬৬

প্ৰতাপ চন্দ্ৰ গোস্বামী—জীৱন স্মৃতি আৰু কামৰূপী সমাজ, ১৯৭১

পণ্ডিত ৰাম কুমাৰ বিদ্যাৰত্ন—উদাসীন সত্যবাবাৰ আসাম ভ্ৰমণ, ১৮৮০

যতীন্দ্ৰ মোহন ভট্টাচাৰ্য্য—আধুনিক ভাৰতীয় ভাষা বিভাগেৰ প্ৰথম পচিশ বৎসৰ, সুবৰ্ণলেখা, ১৯৭৪

গুণাভিৰাম বৰুৱা—আনন্দৰাম ঢেকিয়াল ফুকনৰ জীৱন চৰিত্ৰ, ১৯৭১

অসমীয়া সাহিত্যৰ চানেকী—১ম আৰু ৩য় খণ্ড

অতুলচন্দ্ৰ হাজৰিকা সম্পাদিত—ভাষণাৱলী, ১ম ভাগ, ১৯৫৫

চন্দ্ৰনাথ শৰ্মা আৰু অম্বিকাগিৰী ৰায়চৌধুৰী সম্পাদিত—চেতনা, ১ম বছৰ, ১৯১৯

নন্দ তালুকদাৰ—সম্বাদপত্ৰৰ ব'দ কাচলিত অসমীয়া সাহিত্য, ১৯৭৫। আনন্দ ৰাম ঢেকিয়াল ফুকনৰ ৰচনা সংগ্ৰহ, সম্পাদিত, ১৯৭৭।

মহাপুৰুষ শ্ৰীমন্ত শঙ্কৰদেৱৰ পঞ্চ শততম জন্মোৎসৱ, বৰপেটা, ১৯৪৮

Dr. S. K. Bhuyan—Early British Relations with Assam, 1949 An Account of Assam (ed)

Dr. B. K. Kakati—Assamese, Its Formation and Development, 1941

Dr. H. K. Barpuzary—Assam in the Days of Company, 1967. A Short History of Higher Education in Assam, The Golden Jubillee Volume, Cotton College, 1951-52.

Sir E. A. Gait—A History of Assam, 1926

B. C. Allen—Assam District Gazatteer, Vol. VIII, Goalpara, 1908.

University of Calcutta, The Calendar for the year, 1897, 1898, 1899, 1901, 1902, 1903, 1906, 1915.